# ছোভিয়েত ইউনিয়নৰ দৃষ্টিত কৰ্মসংস্থানৰ সমস্যা

মাই তলকত



1986

THE EMPLOYMENT PROBLEM :
HOW IS IT VIEWED IN
THE USSR

by Mai Volkov

( Assamese )

---

ছোভিয়েত ইউনিয়নৰ কলিকতাত থকা বাতৰি যোগনিয়াৰ বিভাগৰ হৈ ই. পি. পেত্ৰুনিনৰ দ্বাৰা 'ছোভিয়েত দেশ' অফিচ, ১৮, প্ৰমথেশ বৰুৱা সৰণি, কলিকতা-৭০০০১৯ৰ পৰা প্ৰকাশিত আৰু তেওঁৰে দ্বাৰা 'কালান্তৰ প্ৰেছ', ৩০/৬ ঝাউতলা ৰ'ড, কলিকতা-৭০০০১৭ৰ পৰা মুদ্ৰিত ।

# সূচী

**মাই ভলকভ** (জঃ ১৯২৭) ডি. এচ্চি (অৰ্থনীতি) হল ৰাজনৈতিক অৰ্থ-নীতিৰ এজন অধ্যাপক আৰু ইউ এছ এছ আৰ বিজ্ঞান একাডেমী, বিশ্ব অৰ্থনীতি আৰু আন্তৰ্জাতিক সম্পৰ্কৰ ইনষ্টিটিউটৰ এজন গৱেষক। ১৯৬৬ চনৰ পৰা ১৯৭১ চনলৈকে তেওঁ সন্মিলিত জাতিসংঘৰ ঔদ্যোগিক উন্নয়ন সংগঠনত (ইউ এন্ আই ডি অ') কাম কৰিছিল। তেখেতে বহু আন্তৰ্জাতিক অৰ্থনৈতিক সন্মিলন আৰু আলোচনা চক্ৰত অংশ গ্ৰহণ কৰিছে আৰু অৰ্থনৈতিক বিকাশৰ সমস্যা সম্পৰ্কে প্ৰায় ২০০ ৰচনা তেখেতে লিখিছে।

# ছোভিয়েত ইউনিয়নৰ দৃষ্টিত কৰ্মসংস্থানৰ সমস্যা

ইয়াত কোৱা হৈছে কেনেকৈ জাতীয় অৰ্থনীতিৰ সমাজতান্ত্ৰিক ৰূপান্তৰে ১৯৩০ চনতেই নিবনুৱা সমস্যা দূৰ কৰাত ইউ এছ এছ আৰক সহায় কৰিছিল। এছিয়া দেশৰ নিয়োগ সমস্যাৰ সাৰমৰ্ম ইয়াত বিচাৰ কৰা হৈছে আৰু দেখুৱা হৈছে নিবনুৱা সমস্যা দূৰ কৰাত নবীন ৰাষ্ট্ৰবিলাকক ছোভিয়েত ইউনিয়নে কেনেকৈ সহায় কৰিছে।

# পুঁজিবাদৰ এক স্থায়ী বৈশিষ্ট্য

পুঁজিবাদী বিশ্বৰ অৰ্থনীতিৰ লগত সদায়েই নিবনুৱা সমস্যা বোলা সামাজিক সমস্যা এটা জড়িত হৈ থাকে। কাৰ্ল মাৰ্ক্সে তেখেতৰ মহান সৃষ্টি **কেপিটেলত** দেখুৱাইছে যে, পুঁজিৰ জমা বৃদ্ধিয়ে নিবনুৱাৰ, কৰ্মহীন এচাম লোকৰ সৃষ্টি কৰিবই। যিহেতুকে শ্ৰমিকৰ শ্ৰমৰ ফলস্বৰূপেহে পুঁজিৰ জমা বৃদ্ধি হয়, সেই হেতুকে মাৰ্ক্সে লিখা অনুসৰিয়েই, "শ্ৰমিক জনগণে উৎপাদন কৰা পুঁজিৰ জমা বৃদ্ধিৰ লগে লগে সেই উপায় সমূহৰে সৃষ্টি কৰে যাৰ দ্বাৰাই নিজেই হৈ পৰে আপেক্ষিকভাৱে অপ্ৰয়োজনীয়, পৰিণত হয় এক আপেক্ষিক ওপৰঞ্চি জনসমষ্টি, আৰু ই এই কামটো কৰি যায় সদায়েই এক ক্ৰমবৰ্দ্ধমান হাৰত। *

বেছি লাভৰ বাবে চলোৱা প্ৰচেষ্টা আৰু নিজৰ নিজৰ মাজত চলা প্ৰতিযোগিতাৰ বাবে পুঁজিপতিসকলে তেওঁলোকৰ প্ৰতিষ্ঠানবোৰত শ্ৰমিকৰ ঠাইত বেছি যন্ত্ৰ আৰু বেছি কৰ্মদক্ষ যন্ত্ৰপাতি বহুওৱাৰ বিচাৰে। শ্ৰম শক্তিৰ চাহিদা সময়ে পুঁজিৰ পৰিমাণতকৈ বাঢ়ে এক মন্থৰ গতিত, আৰু আনফালে শ্ৰম বজাৰত যোগান বৃদ্ধি পায়। বেছি লাভৰ বাবে পুঁজিপতিসকলে তেওঁলোকৰ কৰ্মীসকলৰ ওপৰত বেছি তীব্ৰভাৱে শোষণ চলায়, আৰু এইদৰে শ্ৰমিকশ্ৰেণীৰ আন এক অংশক জোৰ কৰি কৰ্মহীন কৰি তোলে।

গতিকে নিবনুৱা সমস্যা হৈছে পুঁজিবাদী উৎপাদন আৰু জমা বৃদ্ধি প্ৰক্ৰিয়াৰ এক স্বাভাৱিক আৰু অৱশ্যম্ভাৱী ফল। আনফালে, ওপৰঞ্চি শ্ৰমিক বাহিনীৰ উপস্থিতি পুঁজিপতিসকলৰ বাবে হয় লাভজনক: যেতিয়াই উৎপাদনৰ দ্ৰুত সম্প্ৰসাৰণৰ বাবে আৰু নতুন প্ৰকাৰৰ উৎপাদনৰ বিকাশৰ বাবে অথবা অনুদ্ঘাটিত প্ৰাকৃতিক সম্পদৰ উদ্ঘাটনৰ বাবে শ্ৰমিকৰ প্ৰয়োজনে দেখা দিয়ে তেতিয়াই

* কাৰ্ল মাৰ্ক্স, **কেপিটেল**, খণ্ড এক, গ্ৰন্থ এক, প্ৰগতি প্ৰকাশন, মস্কো, ১৯৭৭, পৃঃ ৫৯১।

দৰকাৰী শ্ৰমিকখিনি পোৱাৰ বিষয়ত তেওঁলোক সুনিশ্চিত হৈ থাকে। অনবৰতে তেওঁলোকৰ হাতত থাকে এনে এক বৃহৎ সংখ্যক নিবনুৱা লোক যি যিকোনো মুহূৰ্তত মেচিন চলাবলৈ, নিৰ্মাণস্থলীত কাম কৰিবলৈ অথবা বস্তু উঠোৱা-নমোৱা কৰিবলৈ ইচ্ছুক। এই কাৰণেই আজিৰ বুৰ্জোৱা অৰ্থনীতিবিদসকলে ৰাইজক এইবুলি পতিয়ন নিয়াব বিচাৰে যে, অনবৰতে এক "নমনীয়" পৰ্যায়ত নিবনুৱা লোক থকাটো স্বাভাৱিক কথা বুলি বিবেচিত হ'ব লাগে, আৰু এইখিনিত মাত্ৰ প্ৰয়োজনীয় কথাটো হৈছে এই পৰ্যায় যাতে খুব ওপৰৰ স্তৰলৈ উঠি নাযায় তাৰ প্ৰতি লক্ষ্য ৰখাটোহে। এই নিবনুৱাসকল যাতে জীয়াই থাকিব পাৰে তাৰ বাবে ৰাষ্ট্ৰ আৰু বিভিন্ন সেৱা প্ৰতিষ্ঠানে দিব লাগে সাহায্য।

সম্প্ৰতি মাত্ৰ উপনিবেশবাদৰ পৰা মুক্ত হোৱা উন্নয়নশীল দেশবোৰত নিবনুৱা সমস্যাৰ যি বিকট ৰূপ তাৰ বাবে পুঁজিবাদ মুঠেই দায়ী নহয় বুলি বুজোৱাত বুৰ্জোৱা অৰ্থনীতিবিদসকল বিশেষ সচেষ্ট। বুৰ্জোৱা পণ্ডিতসকলে কয় যে এই নিবনুৱা সমস্যাৰ মূল কাৰণ হৈছে জনসংখ্যা বৃদ্ধিৰ উচ্চ হাৰ, পুঁজিৰ নাটনি, উষ্ণ জলবায়ুত বাস কৰা লোকসকলৰ এলেহুৱা স্বভাৱ, তেওঁলোকৰ "নিজাকৈ কাম কৰিবলৈ আগবাঢ়ি অহা উৎসাহৰ" অভাৱ। তেওঁলোকে এইবোৰকহে কাৰণ বুলি কয়, অৱশ্যে নকয় অতীতৰ উপনিবেশিক লুণ্ঠনৰ আৰু বৰ্তমানৰ নয়া উপনিবেশিক শোষণৰ পৰিণতিৰ কথা।

ভাৰতৰ গৱৰ্নৰ জেনেৰেলগৰাকীৰ বাৰ্তা এটিৰ একাংশ উদ্ধৃত কৰি আজিৰ পৰা এশমান বছৰৰ আগতেই **কেপিটেল**ত মাৰ্ক্সে এছিয়াৰ দেশবোৰৰ উপনিবেশীকৰণৰ ফলত কি দৰে তাৰ ক্ষুদ্ৰ হস্তশিল্পী আৰু অন্যান্য শ্ৰমিকসকলে সকলো হেৰুৱাব লগা হৈছে তাৰ উল্লেখ কৰি লিখিছিল, 'বাণিজ্যৰ ইতিহাসত এনে দুৰ্দশাৰ নিদৰ্শন আৰু পাবলৈ নাই। কপাহী কাপোৰৰ বোৱাঁৰীবোৰৰ হাড়ে ভাৰতৰ ভূমিক বগা কৰি পেলাইছে।'*

কোনো যথাযথ ক্ষতিপূৰণ নিদিয়াকৈ উপনিবেশবোৰৰ পৰা সম্পদ উলিয়াই নি উপনিবেশবাদীবোৰে তেওঁলোকৰ হাতৰ পৰা কাঢ়ি নিছিল স্বাভাৱিক অৰ্থনৈতিক অগ্ৰগতিৰ সুযোগ-সুবিধা, আৰু ঠেলি দিছিল ক্ৰমবৰ্ধমান পিছপৰা অৱস্থাৰ মাজলৈ। উপনিবেশবোৰৰ লোকসকলৰ তেওঁলোকৰ নিজা প্ৰাকৃতিক সম্পদক

* কাৰ্ল মাৰ্ক্স, **কেপিটেল**, খণ্ড এক, গ্ৰন্থ এক, প্ৰগতি প্ৰকাশন, মস্কো, ১৯৭৭, পৃঃ ৪০৬।

ব্যৱহাৰ কৰাৰ আৰু তেওঁলোকৰ অত্যন্ত প্ৰয়োজনীয় কামৰ বাবেও বৰ্তমান অৰ্থনৈতিক সম্পদৰাজিক ব্যৱহাৰ কৰাৰ অধিকাৰ নাছিল।

স্থানীয় শ্ৰমিকসকলক কৰা শোষণৰ ক্ষেত্ৰত ইউৰোপীয় মালিকবোৰ আছিল অত্যন্ত নিষ্ঠুৰ। সস্তীয়া শ্ৰমিকৰ ফলত বিশেষকৈ সুনিশ্চিত হৈছিল উচ্চ লাভ। প্ৰাচ্যৰ এই দেশবোৰত উপনিবেশবাদীবোৰৰ এই ধৰণৰ পৰিচালন ব্যৱস্থাই তাৰ সমগ্ৰ অৰ্থনৈতিক শাখাবোৰকে ধ্বংস কৰি পেলাইছিল, যাৰ উৎপাদিত সামগ্ৰীবোৰৰ সলনি তেওঁলোকক দিয়া হৈছিল পশ্চিমৰ পৰা আমদানি কৰা সামগ্ৰী। ই কৃষক শ্ৰেণীৰ নিকাল ভাঙি দিছিল আৰু বঢ়াইছিল নিবনুৱাৰ সংখ্যা।

আজি এছিয়াৰ তৰুণ স্বাধীন ৰাষ্ট্ৰবোৰে পশ্চিমীয়া দেশবোৰৰ পৰা কৰা আমদানিয়ে তাৰ থলুৱা শিল্পবোৰত শ্ৰমিক নিয়োগত তাতোকৈ বেছি নেতিবাচক প্ৰভাৱ পেলাইছে। আৰু যেতিয়াই সাম্ৰাজ্যবাদী এজনীয়া ব্যৱসায়ীবোৰে কোনো উন্নতিশীল দেশত নতুন প্ৰতিষ্ঠান গঢ়ি তোলে তেতিয়া তাৰ মালিকবোৰে প্ৰথমতেই ভাৱে কিমান বেছি লাভ কৰিব পৰা যায় সেই বিষয়েহে; স্থানীয় জনগণৰ প্ৰয়োজনীয়তাৰ কথা তেওঁলোকে কিন্তু মুঠেই নাভাবে। শেহতীয়া স্বয়ংক্ৰিয় যন্ত্ৰপাতিৰে সুসজ্জিত এনে প্ৰতিষ্ঠানবোৰে উন্নয়নশীল দেশবোৰৰ জনগণৰ বাবে নিতান্তই প্ৰয়োজনীয়, কৰ্মসংস্থানৰ সুযোগ কিন্তু মুঠেই সৃষ্টি নকৰে।

*　　　*　　　*　　　*

নিবনুৱা সমস্যা হৈছে পুঁজিবাদৰ সৃষ্টি আৰু ইয়াৰ এক অৱশ্যম্ভাৱী বৈশিষ্ট্য। বুৰ্জোৱা মতাদৰ্শবিদসকলে অৰ্থনৈতিক অগ্ৰগতিত উৎসাহ যোগোৱাৰ বাবে নিবনুৱা থকাটো দৰকাৰ বুলি যি তত্ত্ববোৰ আগবঢ়ায় সি সম্পূৰ্ণৰূপে ভুল। নিবনুৱা সমস্যাক দূৰ কৰা যায়, আৰু তাকো কৰা যায় অতি কম সময়ৰ ভিতৰতে, ই কোনো কল্পনাপ্ৰসূত কথা নহয়, ইতিহাসতে এই সত্য দেখিবলৈ পোৱা যায়।

বিশ্বৰ প্ৰথমখন সমাজতান্ত্ৰিক দেশ ছোভিয়েত ইউনিয়নত ১৯৩০ চনৰে পৰা নিবনুৱা নাই। ছোভিয়েত ইউনিয়নৰ সংবিধানত কাম কৰাৰ অধিকাৰৰ গ্যাৰাণ্টি দিয়া হৈছে আৰু কাৰ্যতঃ ইয়াক সুনিশ্চিত কৰা হৈছে।

# ছোভিয়েত শাসনৰ প্ৰথম তেৰ বছৰ

নিবনুৱা সমস্যাৰ সম্পূৰ্ণ আৰু চূড়ান্ত নিশ্চিহ্নকৰণ হৈছে সমাজতন্ত্ৰ আৰু ছোভিয়েত ক্ষমতাৰ এক মহত্তম সাফল্য, অক্টোবৰ সমাজতান্ত্ৰিক মহান বিপ্লৱৰ এক অত্যন্ত গুৰুত্বপূৰ্ণ ফল। ছোভিয়েত ইউনিয়নৰ দৰে এনে এখন বিশাল দেশক এই সাফল্য অৰ্জন কৰাৰ বাবে সময় লাগিছিল মাত্ৰ তেৰ বছৰ। সমাজতান্ত্ৰিক বিপ্লৱটো হৈছিল ১৯১৭ চনৰ শৰৎকালত, আৰু ১৯৩০ চনৰ শেষৰ ফালে শেষ শ্ৰমিক বিনিয়োগ কেন্দ্ৰটো বন্ধ হৈ গৈছিল। জনগণৰ পূৰ্ণ কৰ্মসংস্থানৰ এই অৱস্থা সেই কালছোৱাৰ পৰা আজিলৈকে বহাল আছে।

ছোভিয়েত ইউনিয়নত নিবনুৱা নাইকিয়া কৰাৰ নিজ ইতিহাস নিজ একাধিক কাৰণত গুৰুত্বপূৰ্ণ, ইয়াৰে আমি নিম্নোল্লিখিত কাৰণ দুটাৰ বিষয়ে আলোচনা কৰিম:

**প্ৰথমতে:** নিবনুৱা সমস্যাৰ অনুপস্থিতিয়ে হৈছে পুঁজিবাদতকৈ সমাজবাদত যে সুযোগ-সুবিধা বেছি তাৰ এক জ্বলন্ত প্ৰমাণ। সমাজতন্ত্ৰ হৈছে এক প্ৰকৃততে গণতান্ত্ৰিক সমাজ ব্যৱস্থা, যি জনগণক তেওঁলোকৰ জন্মগত অধিকাৰ—শোষণমুক্ত অৱস্থাত কাম কৰাৰ অধিকাৰৰ গেৰাণ্টি দিয়ে। প্ৰথমবাৰৰ বাবে মানৱজাতিৰ সন্মুখত নিবনুৱা আৰু দাৰিদ্ৰ্য দূৰ কৰাৰ আৰু ইয়াৰ লগত জড়িত ৰোগ আৰু অন্যান্য সামাজিক সমস্যাসমূহক দূৰ কৰাৰ সম্ভাৱনাই দেখা দিলে। কাৰ্যক্ষেত্ৰত এইকথা প্ৰমাণিত হৈছে যে নিবনুৱা অৱস্থা সমাজৰ অৰ্থনৈতিক গাঁথনিৰ এক শাশ্বত অথবা সহজাত— অংশ কোনোটোৱেই নহয়, ই হৈছে মাত্ৰ প্ৰাক সমাজতান্ত্ৰিক সমাজৰ এক অৱশ্যম্ভাৱী দুৰ্ভোগ মাত্ৰ। ছোভিয়েত ইউনিয়নত হোৱা জাগৰণৰ পিচতে এই শতিকাৰ মাজভাগত জাৰ্মান গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ, চেকোশ্লোভাক সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰ, বুলগেৰিয়া গণ প্ৰজাতন্ত্ৰ, হাঙ্গেৰী গণ প্ৰজাতন্ত্ৰ আৰু সমাজতান্ত্ৰিক অগ্ৰগতিৰ পথত ভৰি দিয়া অন্যান্য দেশবোৰৰ পৰা নিবনুৱা সমস্যা বিলোপ কৰা হয়।

**দ্বিতীয়তে:** যিবোৰ দেশে আজি তেওঁলোকৰ অধিক অগ্ৰগতিৰ পথক

ঠিৰাং কৰিছে তেওঁলোকৰ বাবে ১৯১৭ চনৰ অক্টোবৰ বিপ্লৱৰ ঠিক পিচৰ ১৩ বছৰৰ অভিজ্ঞতা ব্যৱহাৰিক মূল্যবিশিষ্ট। এই অভিজ্ঞতা বিশেষকৈ সেইবোৰ দেশৰ বাবে বেছি মূল্যবান যি অ-পুঁজিবাদী অগ্ৰগতিৰ পথ, সমাজতান্ত্ৰিক অভি-মুখীনতাৰ পথ অনুসৰণ কৰিছে। যিবোৰ তৰুণ সমাজতান্ত্ৰিক ৰাষ্ট্ৰ আজি বিপ্লৱোত্তৰ কালৰ বছৰবোৰত ছোভিয়েত ইউনিয়নে সম্মুখীন হোৱা অসুবিধাবোৰ দূৰ কৰাত ব্যস্ত সেই দেশবোৰৰ বাবেও এই অভিজ্ঞতা যথেষ্ট মূল্যবান।

## এক ভয়াবহ অতীত

বিপ্লৱৰ ঠিক পিচতেই ছোভিয়েত প্ৰজাতন্ত্ৰৰ জনগণ বহু গুৰুতৰ সমস্যাৰ সম্মুখীন হয়। পুঁজিবাদী ৰাছিয়াত বান্ধ খাই পৰা অতীতৰ বিৰোধ সমূহেই নহয় লগতে প্ৰথম বিশ্ব যুদ্ধই (১৯১৪-১৯১৮) সৃষ্টি কৰা অৰ্থনৈতিক অচলাৱস্থাও তেতিয়া আছিল বিদ্যমান। অৰ্থনৈতিক অসুবিধাবোৰে বুৰ্জোৱা অংশৰ নাশকতামূলক কাৰ্য্যৰ ফলত, প্ৰতিবিপ্লৱীবোৰে আৰম্ভ কৰা গৃহযুদ্ধৰ ফলত আৰু চৈধ্যখন পুঁজিবাদী ৰাষ্ট্ৰৰ আৰু ছোভিয়েত প্ৰজাতন্ত্ৰৰ (১৯১৮-১৯২০) ওপৰত চলা বিদেশী হস্তক্ষেপৰ ফলত কৰাল ৰূপ লৈছিল। বিভিন্ন জটিল সমস্যাৰ ভিতৰত পিচলৈ সমাধান কৰিম বুলি পেলাই থব নোৱাৰা সমস্যাটো আছিল নিবনুৱা সমস্যাটো।

অন্যান্য দেশৰ দৰে ৰাছিয়াতো নিবনুৱাৰ সৃষ্টি হৈছিল পুঁজিবাদৰ বিকাশৰ বাবে। এক বিৰাট সংখ্যক ভূমিহীন খেতিয়কে গাওঁ অঞ্চল এৰিছিল। কল-কাৰখানাত কাম বিচাৰি অহা দৰিদ্ৰ-পীড়িত মানুহৰে চহৰবোৰ ভৰি পৰিছিল। আৰু সঙ্কটকালীন অৱস্থাত বিভিন্ন প্ৰতিষ্ঠান বন্ধ হৈ পৰাত আৰু হোৱাই নোহোৱাই প্ৰতিষ্ঠানবোৰত শ্ৰমিকৰ সংখ্যা কমাই পেলোৱাত হাজাৰ হাজাৰ মানুহ হৈ পৰিছিল কৰ্মহীন। এই দেশত সঙ্কটকালীন অৱস্থাই দেখা দিছিল ১৯০০ চনত। সেই সময়ত কিছু কলকাৰখানাই তেওঁলোকৰ শ্ৰমিকৰ প্ৰায় আধা অথবা কোনো কোনো ক্ষেত্ৰত দুই-তৃতীয়াংশ লোককে কামৰ পৰা অব্যাহতি দিছিল। চৰকাৰী তথ্য অনুসৰি ১৯০০ ৰ পৰা ১৯০৩ চনৰ ভিতৰত ১০০,০০০ তকৈয়ো বেছি শ্ৰমিকে কাম কৰা ৩০০০টা প্ৰতিষ্ঠান বন্ধ হৈ গৈছিল।

প্ৰথম বিশ্ব যুদ্ধ লগাৰ আগে আগে, প্ৰথম বাৰৰ বাবে কাম বিচাৰি অহা সকলক গণনাত নধৰাকৈয়ে বছৰি গড়ে নিবনুৱাৰ সংখ্যা হৈছিলগৈ আধা নিযুত। অন্যান্য দেশৰ দৰে ৰুছ মালিকবোৰ আৰু ৰুছ ভূখণ্ডত কাম কৰা বিদেশী সংস্থাবোৰে তেওঁ-লোকৰ শ্ৰমিকসকলক আৰু শোষণ কৰাৰ বাবে এনে নিবনুৱা অৱস্থাৰ সুযোগ

লৈছিল : তেওঁলোকে মজুৰি দিছিল অত্যন্ত কম আৰু কোনো সুযোগ পালেই তাকো কাটিছিল ; কৰ্মদিনটো আছিল অত্যন্ত দীঘলীয়া . নাৰী, শিশু আৰু ভগনীয়া লোক-সকলৰ শ্ৰমক সস্তাতে ব্যৱহাৰ কৰা হৈছিল ব্যাপক হাৰত। নিজ অধিকাৰৰ বাবে শ্ৰমিকসকলে কৰা প্ৰতিটো কামকে পুলিচ আৰু সেনাৰ সহায়ত নিৰ্মমভাৱে দমন কৰা হৈছিল।

যুদ্ধৰ আৰম্ভই কিন্তু নিবনুৱাৰ সংখ্যা কমাব পৰা নাছিল, যদিও অৰণ্যে বহু নিযুত লোকক কামলৈ বুলি মাতি অনা হৈছিল। কেঁচামাল, প্ৰজ্বালক আৰু পৰিবহনৰ সা-সুবিধাৰ নাটনি আৰু যুদ্ধৰ লগত জড়িত অন্যান্য বহু কাৰণত প্ৰথম দুৰ বছৰত ৫,৫০০টা প্ৰতিষ্ঠানত উৎপাদন বন্ধ হৈ গৈছিল. ফলস্বৰূপে নিবনুৱা হৈ পৰিছিল প্ৰায় ৪০০,০০০ মানুহ।

যুদ্ধৰ সময়ত এটি বিশেষ সমস্যা আছিল শৰণাৰ্থীসকলৰ বাবে কাম যুগোৱাটো। প্ৰায় তিনি নিযুত লোক শত্ৰুৰ দখললৈ যোৱা অঞ্চলৰ পৰা পলাই আহিছিল। তেওঁলোক আছিল গৃহহীন আৰু ক্ষুধাতুৰ। যিকোনো পৰিমাণৰ অৰ্থৰ বিনিময়তে কাম কৰিবলৈ তেওঁলোক প্ৰস্তুত আছিল।

যুদ্ধ যিমানে দীঘলীয়া হৈছিল অৰ্থনৈতিক ক্ষেত্ৰৰ বিশৃংখল অৱস্থাও সিমানে বিস্তাৰিত হৈ পৰিছিল। অৰ্থনীতিৰ সমূহ শাখাই হৈ পৰিছিল সম্পূৰ্ণৰূপে বিসঙ্গতিপূৰ্ণ। বুৰ্জোৱা শ্ৰেণীয়ে কেৱল অৰ্থনৈতিক কাৰণতে নহয়, লগতে বিপ্লৱী প্ৰলেটাৰিয়েতসকলৰ বিৰুদ্ধে যুঁজাৰ এক অস্ত্ৰৰূপে আৰু তেওঁলোকৰ ওপৰত ৰাজ-নৈতিক চাপ সৃষ্টিৰ এক উপায় ৰূপে শ্ৰমিকসকলক কামৰ পৰা বিতাৰিত কৰা কাৰ্য্যটোৰ আশ্ৰয় লৈছিল। ১৯১৭ চনৰ বসন্ত কালত লেনিনে লিখিছিল : 'যুদ্ধৰ পৰা পুঁজিপতিবোৰে এক আচৰিত ধৰণৰ বিপুল পৰিমাণৰ অৰ্থ অৰ্জন কৰিছে… আনপিনে সঙ্কট বাঢ়ি আছে। ঘটনাই এনে এক বিন্দু পাইছেগৈ য'ত পুঁজিপতি-বোৰে—কয়লাখনিৰ মালিকবোৰে—নিৰ্লজ্জভাৱে জঘন্যতম অপৰাধ কৰিবলৈ লৈছে —তেওঁলোকে উৎপাদন ঠানবান আৰু বন্ধ কৰি দিছে। নিবনুৱা ক্ৰমে বাঢ়িব লাগিছে। কথা শুনা গৈছে তলা ওলমোৱাৰ। আচলতে এইবোৰ আৰম্ভ হৈছে পুঁজিপতিবোৰে কৰা উৎপাদনৰ অ সংগঠনৰ ৰূপত,…বৰ্দ্ধিত নিবনুৱাৰ ৰূপত।"*

উপায়ন্তৰ হৈ নিবনুৱাসকলে কাম আৰু বৈষয়িক সাহায্যৰ দাবীত বিক্ষোভ প্ৰদৰ্শন কৰিছিল। বিভিন্ন চহৰত গঢ়ি উঠিছিল নিবনুৱাসকলৰ আয়োগ আৰু

* ভি. আই. লেনিন, সংগৃহীত ৰচনাৱলী, খণ্ড ২৪, পৃঃ ৪৪৬, ৪৪৭।

অন্যান্য সংগঠন। তেওঁলোকৰ উদ্যোগবিলাকত কূটাঘাত কৰা আৰু উৎপাদন বন্ধ ৰখাৰ অভিযোগত মালিকসকলৰ বিৰুদ্ধে ফৌজদাৰী অভিযোগ অনাৰ কাৰণে দাবী উত্থাপন কৰা হৈছিল। নিবনুৱাসকলৰ হেঁচাত পৰি বৃহৎ ঔদ্যোগিক কেন্দ্ৰবোৰত শ্ৰম বিনিয়োগ কেন্দ্ৰবিলাক খোলা হৈছিল। কিন্তু অক্টোবৰ বিপ্লৱলৈকে নিবনুৱা সমস্যাৰ বৃদ্ধি অব্যাহত আছিল। বিপ্লৱৰ ঠিক আগ-মুহূৰ্তত, ১৯১৭ চনৰ অক্টোবৰ মাহত, লেনিনে সতৰ্ক কৰি দিছিল যে ৰাছিয়াৰ সমুখলৈ এক অৱধাৰিত অৰ্থনৈতিক বিপৰ্যায় আহি পৰিছে। তেওঁ প্ৰতি-বিপ্লৱী বুৰ্জোৱা শ্ৰেণীৰ পৰিকল্পনাবোৰৰ স্বৰূপ উদ্ঘাটন কৰি দিছিল। তেওঁ লিখিছিল : "পুঁজিপতিসকলে ইচ্ছাকৃতভাৱে আৰু অবিৰামভাৱে উৎপাদনত কূটাঘাত কৰি আছে ( নষ্ট কৰা, বিশৃংখল কৰা, বাধা দিয়া )। তেওঁলোকে আশা কৰিছে যে এক অতুলনীয় বিপৰ্য্যয়ৰ অৰ্থ হব প্ৰজাতন্ত্ৰ আৰু গণতন্ত্ৰৰ পতন আৰু লগতে, হব সাধাৰণভাৱে ছোভিয়েতবিলাকৰ আৰু সৰ্বহাৰা শ্ৰেণী আৰু কৃষক সমিতিবোৰৰ পতন আৰু এইভাৱে ৰাজতন্ত্ৰলৈ ঘূৰি অহাটো আৰু বুৰ্জোৱা শ্ৰেণী আৰু জমিদাৰসকলৰ অবাধ ক্ষমতা পুনৰুদ্ধাৰ কৰাটো সহজ হৈ পৰিব। নিবনুৱা সমস্যাই এক ব্যাপক আকাৰ ধাৰণ কৰিছে। যথেষ্ট পৰিমাণৰ শস্য আৰু কেঁচা মাল আছে যদিও ভাবকচোন দেশত সামগ্ৰীৰ অনাটন আছে, খাদ্য আৰু শ্ৰমৰ অনাটনৰ কাৰণে দেশখন ধ্বংসৰ মুখত পৰিছে, এনে এখন দেশত, এনে এক সংকটপূৰ্ণ মুহূৰ্তত দেখা গৈছে ব্যাপক নিবনুৱা সমস্যা।"* এক সমাজতান্ত্ৰিক বিপ্লৱৰ বাহিৰে আন একোৱে দেশখনক বিপৰ্য্যয়ৰ পৰা ৰক্ষা কৰিব নোৱাৰে।

কিন্তু অক্টোবৰ বিপ্লৱৰ বিজয়ৰ পিছত বুৰ্জোৱা শ্ৰেণীয়ে অৱশ্যে ইয়াৰ কূটাঘাতমূলক কাৰ্য্য বৃদ্ধি কৰিছিল। একেবাৰে প্ৰথম অৱস্থাত বহু কল-কাৰখানা এই সকলৰ হাততে আছিল। উৎপাদন বন্ধ কৰা আৰু শ্ৰমিকসকলক বৰ্খাস্ত কৰাৰ দ্বাৰা, ই বিপ্লৱৰ কণ্ঠৰোধ কৰিবলৈ, ইয়াক ইয়াৰ শ্ৰেণীভিত্তিৰ পৰা বঞ্চিত কৰিবলৈ আৰু ছোভিয়েত ক্ষমতাৰ উচ্ছেদ সাধন কৰিবলৈ চেষ্টা কৰিছিল।

ছোভিয়েত চৰকাৰে একে সময়তে দুটা অঙ্গনত অৰ্থনৈতিক যুঁজ চলাবলগীয়া হৈছিল। এহাতে, প্ৰয়োজন হৈছিল ছিন্ন-ভিন্ন অৱস্থাই সৃষ্টি কৰা বিপত্তিবোৰ— কেঁচা মাল আৰু ইন্ধনৰ অনাটন, পৰিবহনৰ ছেদেলী-ভেদেলী অৱস্থা, পুৰণি সঁজুলিবোৰৰ অতিৰিক্ত অংশৰ অভাৱ, অৰ্থৰ ক্ষেত্ৰত অৰাজকতা আৰু খাদ্য সামগ্ৰীৰ ভয়ানক অনাটন—অতিক্ৰম কৰা। আনহাতে আছিল বুৰ্জোৱা শ্ৰেণী আৰু একাংশ বুৰ্জোৱা

ভি, আই, লেনিন, সংগৃহীত ৰচনাৱলী, খণ্ড ২৫, পৃঃ ৩২৭।

কাৰিকৰী বুদ্ধিজীৱীৰ ফালৰ পৰা অব্যাহত আৰু ইচ্ছাকৃত কূটাঘাত। তেওঁলোকে অবৈধ উপায় সহ সম্ভাব্য সকলো উপায়ৰ দ্বাৰা এই অসুবিধাবিলাক অধিক তীব্ৰ কৰি তুলিছিল। অক্টোবৰ বিপ্লৱৰ পিছৰ প্ৰথম দিনবোৰত বহু কাৰখানা বন্ধ কৰি দিয়া হৈছিল আৰু এই বিলাকৰ শ্ৰমিকসকলক তেওঁলোকৰ জীৱিকাৰ পৰা বঞ্চিত কৰা হৈছিল। ৰণাঙ্গণৰ পৰা উভতি অহা সৈনিকসকলো কৰ্মহীন হৈ পৰিছিল।

এক বিপৰ্য্যয়ৰ পৰা জাতীয় অৰ্থনীতিক ৰক্ষা কৰাৰ কাৰণে আৰু কৰ্মহীনতাৰ পৰা জনসাধাৰণক বচোৱাৰ কাৰণে বিশেষ ব্যৱস্থাৰ প্ৰয়োজন হৈ পৰিছিল। আৰু ছোভিয়েত চৰকাৰে এই দৃঢ় ব্যৱস্থাবিলাক গ্ৰহণ কৰিছিল।

## জৰুৰী ব্যৱস্থাবিলাক

লেনিনৰ প্ৰস্তাৱ অনুসৰি, ব্যক্তিগত মালিক, ব্যক্তিগত কোম্পানী আৰু বিদেশী প্ৰতিষ্ঠানবিলাকৰ হাতত থকা কাৰখানাবিলাকত শ্ৰমিকসকলৰ নিয়ন্ত্ৰণ প্ৰবৰ্তন কৰা হৈছিল। এটা বস্ত্ৰ-শিল্প কাৰখানাৰ মালিকে কেঁচামালৰ অনাটন আৰু সজুলিৰ মেৰামতিৰ প্ৰয়োজনীয়তাৰ অজুহাত দেখুৱাই কাৰখানাটো বন্ধ কৰি দিছিল আৰু ৪000 জন পুৰুষ-মহিলা শ্ৰমিকক বৰ্খাস্ত কৰিছিল। এইটো প্ৰতিহত কৰাৰ কাৰণে বিপ্লৱৰ মাত্ৰ তিনি সপ্তাহৰ পিছত ছোভিয়েত চৰকাৰে শ্ৰমিকসকলৰ নিয়ন্ত্ৰণ বিধি গ্ৰহণ কৰিছিল। ইয়াৰ পিছত অন্যান্য উদ্যোগবিলাকতো শ্ৰমিকসকলৰ নিয়ন্ত্ৰণ প্ৰতিষ্ঠা কৰা হৈছিল। এই নিয়ন্ত্ৰণৰ অৰ্থ আছিল মালিকসকলৰ অসীম ক্ষমতাৰ বিলোপ সাধন। কাৰখানাবিলাকক কেঁচামাল আৰু ইন্ধন যোগানৰ ক্ষেত্ৰত, উৎপাদন প্ৰক্ৰিয়া আৰু ব্যৱস্থাপনাৰ কৰ্ম নীতিৰ ক্ষেত্ৰত নিয়ন্ত্ৰণ চলাবলৈ শ্ৰমিকসকলে অধিকাৰ লাভ কৰিছিল। যেতিয়াই মন যায় তেতিয়াই বনুৱা বৰ্খাস্ত কৰিব পৰা মালিকসকলৰ অধিকাৰ যথেষ্ট পৰিমাণে সীমিত কৰাৰ দ্বাৰা শ্ৰমিকসকলৰ নিয়ন্ত্ৰণে আৰম্ভনীৰ পৰাই নিবনুৱা সমস্যা প্ৰতিহত কৰাৰ এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল।

বুৰ্জোৱা শ্ৰেণীক দমন কৰাত জাতীয়কৰণ আছিল আনকি এক অধিক দৃঢ় ব্যৱস্থা। ইয়াৰ লক্ষ্য আছিল এক নতুন সমাজতান্ত্ৰিক সমাজ গঢ়ি তোলাৰ উদ্দেশ্যে অৰ্থনীতিৰ ব্যৱস্থাপনাৰ প্ৰধান উপায়বোৰ বিপ্লৱী চৰকাৰৰ হাতলৈ আনা। প্ৰথমতে ক্ৰমাগত জাতীয়কৰণৰ কাৰণে আঁচনি লোৱা হৈছিল, কিন্তু ছোভিয়েত ক্ষমতাৰ সকলোবিলাক উদ্যোগৰ প্ৰতি বুৰ্জোৱা শ্ৰেণীৰ তমোময় প্ৰতিৰোধে এই প্ৰক্ৰিয়াটো খৰতকীয়া কৰাটো প্ৰয়োজন কৰি তুলিছিল: বিপ্লৱৰ পিছৰ প্ৰথম কেইমাহৰ

ভিতৰতে সকলো বৃহৎ শিল্প উদ্যোগ, ব্যক্তিগত বেংক আৰু বৈদেশিক বাণিজ্য জাতীয়কৰণ কৰা হৈছিল ; শ্ৰমিকসকলৰ নিয়োগ আৰু বিতাৰণৰ ক্ষেত্ৰত সেই উদ্যোগবিলাকৰ মালিকসকলৰ আৰু কোনো মাত নাছিল।

কিন্তু অতি দৃঢ় ব্যৱস্থা সত্ত্বেও, নিচেই কম সময়ৰ ভিতৰতে বিশৃংখল অৱস্থা দূৰ কৰা আৰু সাৰ্বজনীন নিয়োগৰ কাৰণে বৈষয়িক ভিত্তি হিছাপে কাম কৰিবলৈ সক্ষম এক সুস্থ অৰ্থনীতি গঢ়ি তোলাটো অসম্ভৱ আছিল। প্ৰথম অৱস্থাত, নতুন শ্ৰমিকসকলৰ ব্যৱস্থাপনা নিয়ন্ত্ৰণৰ সাধ্যাতীত কাৰণত উৎপাদন হ্ৰাস অব্যাহত আছিল। কোনো কোনো সময়ত এটা উদ্যোগৰ কিছু সংখ্যক কৰ্মচাৰীক আনকি বিতাড়নো কৰিবলগীয়া হৈছিল। কিন্তু ব্যক্তিগত মালিকে কৰাৰ দৰে নকৰি, জাতীয়কৃত উদ্যোগৰ শ্ৰমিকসকলৰ ব্যৱস্থাপনাই আন কল কাৰখানাত কাম পোৱাত বিতাড়িত শ্ৰমিকসকলক সহায় কৰাৰ দ্বাৰা তেওঁলোকৰ যতন লৈছিল। বিতাড়িত শ্ৰমিকসকলক কোনো কোনো ক্ষেত্ৰত দুমাহৰ বেতনৰ সমমূল্যৰ কৰ্মচ্যুতিৰ বানচ দিয়া হৈছিল। ইয়াৰ যোগেদি তেওঁলোকে বাধ্যতামূলক কৰ্মবিৰতিৰ কালছোৱাত নিজ নিজ পৰিয়ালক ভৰণ-পোষণ দিবলৈ সক্ষম হৈছিল।

নিবনুৱাৰ কাৰণে সাহায্য নিধি স্থাপন কৰি সেই কালছোৱাত সৰ্বহাৰা-শ্ৰেণী সংহতি প্ৰকাশ কৰা হৈছিল। এই নিধি গঠিত হৈছিল কাৰখানা শ্ৰমিক আৰু অফিচ কৰ্মচাৰীসকলৰ স্বেচ্ছামূলক বৰঙনীৰ যোগেদি। কোনো কোনো উদ্যোগত, শ্ৰমিকসকলে তেওঁলোকৰ ঠাইত নিবনুৱা শ্ৰমিকক দুই এদিন কাম কৰিবলৈ দিছিল আৰু এইভাবে তেওঁলোকৰ শ্ৰেণী ভ্ৰাতৃসকলক সহায় কৰিছিল।

শিল্প জাতীয়কৰণৰ প্ৰধান লক্ষ্য আছিল নিয়োগ সুনিশ্চিত কৰা। ইয়াৰ অধিক তাৎপৰ্য্য আছিল সেই কালছোৱাত অন্যায় বিতাড়নৰ এৰ পেলোৱাতকৈ ভৱিষ্যতত কৰ্মহীনতা বিলুপ্তিৰ কাৰণে এক দৃঢ় বস্তুগত আৰু সাংগঠনিক ভিত্তি সৃষ্টি কৰাত। ইতিমধ্যেই সেই বছৰবোৰত শ্ৰম সম্পদবিলাকৰ ওপৰত চকু দিয়া আৰু জনসাধাৰণক চাকৰীৰ ব্যৱস্থা কৰি দিয়া কাম ৰাষ্ট্ৰই নিজে গ্ৰহণ কৰিছিল।

কেৱল শিল্পতেই নহয়, আনকি কৃষিতো নিবনুৱা সমস্যা অতিশয় তীব্ৰ আছিল।

অক্টোবৰ বিপ্লৱৰ প্ৰথম দিনাই ছোভিয়েত চৰকাৰে গ্ৰহণ কৰা অন্যতম প্ৰথম বিধান আছিল ভূমি সম্পৰ্কীয় বিধান। এই আইনে সমগ্ৰ ভূমিক জাতীয় সম্পত্তি বুলি ঘোষণা কৰিছিল, জমিদাৰী প্ৰথা বিলোপ কৰিছিল আৰু ১৫০ নিযুতৰো অধিক হেক্টাৰ মাটি বিনামূলীয়াকৈ কৃষকক বিতৰণ কৰিছিল। লাখ লাখ মাটিহীন

কৃষকে নিজৰ বৰীয়াকৈ মাটি একোটুকুৰা পাইছিল আৰু জমিদাৰ অথবা গাঁৱৰ ধনী সকলৰ (কুলাক) কাৰণে নকৰি, নিজৰ কাৰণে খেতি কৰিবলৈ আৰম্ভ কৰিছিল। দুখীয়া কৃষকসকলে ৰাষ্ট্ৰৰ পৰা মাটিৰ উপৰিও অন্যান্য বস্তুগত সাহায্য পাইছিল: তেওঁলোকক বীজ আৰু কৃষি সঁজুলি দিয়া হৈছিল আৰু ঘোৰা কিনাত সহায় কৰা হৈছিল।

যেতিয়া কৃষকসকলক মাটি আৰু উৎপাদন সঁজুলিবিলাক দিয়া হৈছিল, গাওঁ অঞ্চলত নিয়োগ সমস্যাৰ তীব্ৰতা কিছু দিনৰ কাৰণে ভোটা হৈছিল, দেশত সংখ্যা-গতভাৱে বৃহত্তম শ্ৰমজীৱী অংশটোৰ অৱস্থা যথেষ্ট পৰিমাণে উন্নত হৈছিল। চহৰত জীৱিকা অৰ্জন কৰিবলৈ গাঁও এৰি যোৱা মানুহৰ সংখ্যা বহু পৰিমাণে কমিছিল।

মাটিৰ জাতীয়কৰণৰ অধিক গুৰুত্বপূৰ্ণ দীঘ-ম্যাদী ফলাফলো আছিল: মাটিৰ ব্যক্তিগত মালিকানাৰ বিলুপ্তিয়ে অৱস্থা পৈনত হলে সমাজতান্ত্ৰিক দিশেদি কৃষিৰ পুনৰগঠন, যৌথ কৃষি ব্যৱস্থা লাভ আৰু গাঁও অঞ্চলত কৰ্মহীনতা চিৰকালৰ কাৰণে বিলোপ কৰাটো সম্ভৱপৰ কৰি তোলে।

প্ৰথম ছোভিয়েত চৰকাৰৰ শ্ৰমবিভাগৰ এটা গণ-কমিশাৰেট (মন্ত্ৰালয়) আছিল। শোষণমুক্ত নতুন শ্ৰম সম্পৰ্কবিলাকৰ সংগঠনৰ লগত জড়িত সমস্যাবিলাকৰ উপৰিও এই কমিশাৰেটৰ ওপৰত দায়িত্ব আছিল নিয়োগ সমস্যাৰ সমাধান কৰা। এই চৰকাৰী সংস্থাটোৱে ট্ৰেড ইউনিয়ন আৰু স্থানীয় ছোভিয়েতবিলাকৰ (ৰাষ্ট্ৰীয় কৰ্তৃত্বৰ সংস্থা) লগত ইয়াৰ কামৰ সংযোজন ঘটায়।

এক বিশেষ বিধানৰ যোগেদি আঠ-ঘণ্টীয়া কৰ্মদিবস প্ৰৱৰ্তন কৰা হৈছিল। ই স্বাভাৱিকভাৱেই জনশক্তিৰ কাৰণে দাবী বৃদ্ধি কৰিছিল আৰু তাৰ পৰিণতিৰূপে নিবনুৱাৰ সংখ্যাৰ হ্ৰাস পাইছিল।

অক্টোবৰ বিপ্লৱৰ অলপ দিনৰ পিছতেই লেনিনে কৰ্মহীনতাৰ বিপৰীতে বাধ্যতামূলক বীমা সম্পৰ্কে এখন বিধানত স্বাক্ষৰ কৰিছিল। নিবনুৱাসকলক বৈষয়িক সাহায্য দিয়াৰ উদ্দেশ্যে এটা বিশেষ নিধি গঠন কৰা হৈছিল আৰু ইয়াৰ কাৰণে মালিকসকলে বৰঙনী দিব লগা হৈছিল। এই নিধিৰ কাৰণে ছোভিয়েত চৰকাৰে প্ৰচুৰ ধন অনুদান দিছিল। এই নিধিৰ সম্প্ৰসাৰণৰ কাৰণে স্থানীয় ছোভিয়েতে ভালেখিনি কৰিছিল: এখন চহৰত এই নিধিলৈ আহিছিল দেওবাৰ আৰু বন্ধৰ দিনত সকলো প্ৰদৰ্শনীৰ পৰা পোৱা ধন; আন এখন চহৰত আকৌ নিবনুৱাসকলৰ সাহায্য নিধিৰ কাৰণে বক্তৃতা, অনুষ্ঠান, সঙ্গীতানুষ্ঠান ইত্যাদি সংগঠিত কৰা হৈছিল।

চাকৰী পোৱোটো সহজতৰ কৰি তোলাৰ উদ্দেশ্যে সকলো ঠাইতে শ্ৰম বিনিময় কেন্দ্ৰ খোলা হৈছিল। সেইবিলাকে নিবনুৱাসকলৰ নাম পঞ্জীয়ন কৰিছিল আৰু কাম খালিৰ বিষয়ে খবৰ সংগ্ৰহ কৰিছিল। শ্ৰম বিনিময় কেন্দ্ৰবিলাক পৰিচালনা কৰিছিল শ্ৰমবিভাগৰ কাৰণে গণ-কমিশ্যাৰেটে। এই বিনিময় কেন্দ্ৰবিলাকৰ যোগেদি শ্ৰমশক্তিবিলাক বিতৰণ কৰা হৈছিল আৰু কাম নথকা বহু মানুহে চাকৰী সংগ্ৰহ কৰিব পাৰিছিল।

নিবনুৱা সমস্যাৰ বিলোপ সাধন কৰিব নোৱাৰোলৈকে ছোভিয়েত চৰকাৰে বীমা ব্যৱস্থা আৰু বিশেষ নিধিৰ পৰা সাহায্য দিয়াৰ উপৰিও, আন কিছুমান ধৰণৰ সাহায্য দিছিল: বিনামূলীয়া অথবা কম মূল্যৰ খাদ্য যোগান ধৰা ৰাজহুৱা খাদ্য ভাণ্ডাৰ, হোষ্টেল আৰু সস্তীয়া বাসস্থান খোলা হৈছিল।

এই কথা উল্লেখ কৰিব লাগিব যে গৃহযুদ্ধ আৰু সাম্ৰাজ্যবাদী শক্তিবিলাকৰ দ্বাৰা সামৰিক হস্তক্ষেপৰ কালছোৱাত কৰ্মহীনতা আছিল প্ৰধানতঃ গোপন: বহু সংখ্যক লোক যুদ্ধত লিপ্ত আছিল আৰু হস্তক্ষেপকাৰীবিলাকৰ দখলাধীন অঞ্চল-বিলাকত কৰ্মহীনতাৰ বিষয়ে কিবা কৰাটো সম্পূৰ্ণৰূপে অসম্ভৱ আছিল। তদুপৰি, চহৰৰ পৰা বহু মানুহ গাঁৱলৈ গৈছিল. কাৰণ বিশৃংখল অৱস্থাই বহু উদ্যোগ বন্ধ কৰি পেলাইছিল আৰু শ্ৰমিকসকল, মূলতঃ বেছিভাগেই কৃষক, নিজ নিজ গাঁৱলৈ উভতি গৈছিল।

গৃহযুদ্ধৰ অৱসান আৰু হস্তক্ষেপকাৰীবিলাকৰ ওপৰত বিজয়ৰ ফলত অৰ্থনৈতিক বিকাশৰ কাম-কাজলৈ পুনৰ ঘূৰি আহিবলৈ নবীন ছোভিয়েত প্ৰজাতন্ত্ৰখন সমৰ্থ হৈছিল। কিন্তু দেশখনক এক নতুন বিপৰ্য্যয়ে আঘাত হানিছিল—ই আছিল ১৯২১ চনৰ অত্যন্ত কঠোৰ খৰাং পৰিস্থিতি। ই ব্যাপক অঞ্চলত দুৰ্ভিক্ষৰ সৃষ্টি কৰিছিল। এক নিযুতৰো অধিক মানুহৰ অনাহাৰত মৃত্যু ঘটিছিল। এক বিপৰীতমুখী প্ৰক্ৰিয়া আৰম্ভ হৈছিল: অনাহাৰলৈ ভয় কৰি খৰাং পীড়িত অঞ্চলৰ গাঁওবাসীসকলে খাদ্য আৰু কাম বিচাৰি চহৰলৈ আহিছিল। কেৱল ১৯২২ চনতে দেশত নিবনুৱাৰ সংখ্যা চাৰিগুণ বৃদ্ধি পাইছিল।

ছোভিয়েত শক্তিৰ শত্ৰুবিলাকে কঠোৰ পৰিস্থিতিৰ সুযোগ গ্ৰহণ কৰিবলৈ আৰু নিবনুৱাসকলক প্ৰতি-বিপ্লৱী কাম-কাজত জড়িত কৰিবলৈ চেষ্টা কৰিছিল। দেশৰ অৰ্থনীতি সুশৃংখল কৰিবলৈ আৰু মানুহক কামৰ ব্যৱস্থা দিবলৈ ছোভিয়েত-বিলাক অপাৰগ হৈছে বুলি বিদেশী সংবাদপত্ৰবিলাকে বহু কথা লিখিছিল।

## এক পৰিকল্পিত অভিযান

নিবনুৱা সমস্যা প্ৰতিহত কৰাৰ কাৰণে কমিউনিষ্ট পাৰ্টি আৰু ছোভিয়েত চৰকাৰে সক্ৰিয়ভাৱে কাম-কাজ অব্যাহত ৰাখিছিল। নিয়োগৰ লগত জড়িত সমস্যাবোৰ পাৰ্টি কংগ্ৰেছ, সন্মিলন আৰু পূৰ্ণাঙ্গ বৈঠকবিলাকত আলোচিত হৈছিল। ট্ৰেড ইউনিয়নবিলাকৰ সৈতে লগ লাগি শ্ৰমবিভাগৰ গণ কমিশ্যাৰেটে মানুহক চাকৰী দিয়াৰ কাৰণে যথাসাধ্য সকলোখিনি কৰিছিল। বৃহৎ চহৰ আৰু প্ৰধান শিল্পকেন্দ্ৰবোৰত ২৫০টা শ্ৰম বিনিয়োগ কেন্দ্ৰই সক্ৰিয়ভাৱে কাম চলাই আছিল। ৫০০তকৈ কম নিবনুৱা থকা গোষ্ঠীবোৰত বিনিয়োগ শাখা খোলা হৈছিল। শ্ৰম বিনিয়োগ কেন্দ্ৰবিলাকৰ জ্যেষ্ঠ পদবিলাকত সাধাৰণতে নিয়োজিত আছিল পাৰ্টি সদস্যসকল। পূৰ্বৰ কালৰ পৰা চলি অহা দুৰ্নীতি, ঘোচখোৰী, ভাবুকি আৰু স্বজন-তোষণ চলোৱাৰ ক্ষেত্ৰত তেওঁলোক আছিল কঠোৰ। নিবনুৱাসকলকো সভা হিচাপে লৈ গঠিত স্বেচ্ছামূলক আয়োগবিলাকে চাকৰী বিতৰণৰ ক্ষেত্ৰত শৃংখলা আৰু ন্যায় ৰক্ষা পালন সুনিশ্চিত কৰিছিল। উদাহৰণস্বৰূপে, শ্ৰম বিনিয়োগ কেন্দ্ৰবিলাকৰ ভূমিকা দেখিবলৈ পোৱা যায় এই সংখ্যাৰ পৰা: কেৱল ১৯২৪-১৯২৫ৰ দ্বিতীয় বছৰতে এই কেন্দ্ৰবিলাকে দুই নিযুত মানুহৰ চাকৰীৰ ব্যৱস্থা কৰিছিল।

নিজ ক্ষেত্ৰত স্থায়ী চাকৰী নোপোৱাসকলৰ কাৰণে এক অস্থায়ী ব্যৱস্থা ৰূপে দুই ধৰণৰ শ্ৰম সাহায্য ব্যাপক ৰূপে প্ৰচলিত আছিল: ৰাজহুৱা কাম আৰু এক স্বাৱলম্বী ভিত্তিত কাম কৰি থকা নিবনুৱাৰ মাজৰ পৰা শ্ৰম যৌথ সংস্থা গঠন কৰা।

ৰাজহুৱা কামৰ ধন বিনিয়োগ কৰা হৈছিল কেন্দ্ৰীয়, ৰাষ্ট্ৰীয় আৰু স্থানীয় বাজেটৰ পৰা। নিবনুৱাসকলক লিপ্ত কৰা হৈছিল পথ নিৰ্মাণত, নগৰকালত চহৰ আৰু ৰেলপথ চাফ-চিকুন কৰাত, মাটি আবাদীকৰণ আৰু আন আন অস্থায়ী কাম-বিলাকত। এই কাম সংগঠিত কৰা হৈছিল প্ৰণালীবদ্ধভাৱে। বেলেগ বেলেগ খণ্ডৰ বিশেষ লক্ষণ আৰু চাহিদাবিলাকৰ কথা বিবেচনা কৰি সমগ্ৰ দেশতে এই কাম চলোৱাৰ কাৰণে এক একীভূত আঁচনি তৈয়াৰ কৰিবলৈ শ্ৰমবিভাগৰ গণ কমিশ্যাৰেট বাধ্য আছিল। ৰাজহুৱা কামত অংশগ্ৰহণকাৰীসকল যাতে অনবৰত নিয়োজিত হয় আৰু সৰ্বোচ্চ সংখ্যক নিবনুৱা যাতে ইয়াত জড়িত থাকে তাৰ প্ৰতি দৃষ্টি ৰখাটো আছিল শ্ৰম বিনিয়োগ কেন্দ্ৰবিলাকৰ দায়িত্ব।

নিবনুৱাসকলৰ ভিতৰত যৌথ শ্ৰমসংস্থা গঠনতো ছোভিয়েত চৰকাৰে সহায়

কৰিছিল। এটা বৃত্তিৰ মানুহ একোটা যৌথ সংস্থাত ঐক্যবদ্ধ হৈছিল আৰু ঠিকা বন্দোবস্তত কোনো কোনো কাম কৰিছিল: মুচীয়ে জোতা মেৰামতি, দৰ্জিয়ে কাপোৰ চিলাই কৰাৰ কাৰণে ফটাচ লোৱা, মিস্ত্ৰিৰে ধাতুৰ বস্তুৰ মেৰামতি কৰা ইত্যাদি। নিবনুৱা ডাক্তৰসকলে নিজৰ ভিতৰতে একোটা চিকিৎসা সন্থা গঠন কৰিছিল আৰু ধানচ লৈ চিকিৎসা কৰিছিল। এইটো আছিল ৰাষ্ট্ৰৰ বিনামূলীয়া চিকিৎসা সেৱাৰ পৰিপূৰক; নিবনুৱা শিল্পীসকলে সাংস্কৃতিক অনুষ্ঠান, সঙ্গীতানুষ্ঠানত প্ৰৱেশমূল্য ধাৰ্য কৰিছিল, ৰাষ্ট্ৰৰ উদ্যোগত স্থাপিত বিনামূলীয়া জন-শিক্ষা প্ৰতিষ্ঠান• শিক্ষকসকলে অধ্যয়নত উন্নতি সাধনত ইচ্ছুক ছাত্ৰক ব্যক্তিগতভাৱে পাঠদান কৰিছিল।

যৌথ শ্ৰম সংস্থাবিলাকে উৎপাদন কাৰখানাও নিৰ্মাণ কৰিছিল। এই-বিলাকৰ ভিতৰত বহুত কাৰখানা পিছলৈ পূৰ্ণ সামৰ্থ্যত কাম চলাই থকা ৰাষ্ট্ৰ-চালিত অথবা আঞ্চলিক-চালিত কল-কাৰখানা হৈ পৰিছিল। যৌথ শ্ৰম সংস্থাবিলাকক লঘু ঋণদান আৰু কেঁচামাল সজুলি আৰু সমলৰ যোগান ধৰাৰ দ্বাৰা শ্ৰম বিনিময় কেন্দ্ৰ আৰু অন্যান্য ৰাষ্ট্ৰীয় সংস্থাবিলাকে সহায় কৰিছিল।

নিবনুৱা সমস্যাৰ ওপৰত এক দৃঢ় আক্ৰমণ অভিযানৰ কাৰণে এনে ধৰণৰ অস্থায়ী আৰু জৰুৰী ব্যৱস্থাবিলাক, অৱশ্যে, যথেষ্ট নাছিল। লেনিনে তেওঁৰ জীৱনৰ শেষৰ বছৰবোৰত নিয়োগ সমস্যাৰ প্ৰতি বিশেষ মনোযোগ দিছিল। তেওঁ বিশ্বাস কৰিছিল কেৱল সমগ্ৰ দেশৰ বিদ্যুৎকৰণ আৰু কৃষিৰ পুনৰগঠন কৰিবলৈ সক্ষম এক বৃহদাকাৰ শিল্প সৃষ্টিৰ ওপৰত ভিত্তি কৰি সমাজতান্ত্ৰিক বিকাশ, অৰ্থনীতিৰ পৰিকল্পিত বিকাশ আৰু এক সাংস্কৃতিক বিপ্লৱেহে কৰ্মহীনতাৰ সম্পূৰ্ণ বিলোপ সাধন সুনিশ্চিত কৰিব পাৰে।

## শিল্পায়ন—সফলতাৰ ভিত্তি

শিল্পায়নৰ ফালে পথ গ্ৰহণ কৰা হৈছিল ১৯২৫ চনত কমিউনিষ্ট পাৰ্টিৰ চতুৰ্দশ কংগ্ৰেছত। সেই সময়লৈ, দেশৰ জাতীয় অৰ্থনীতি প্ৰায় সম্পূৰ্ণৰূপে পুনৰুদ্ধাৰ কৰা হৈছিল। শিল্পায়নৰ ভাৱধাৰাৰ বিষয়ে ইউ এছ এছ আৰৰ শ্ৰমজীৱী লোকসকল উৎসাহী আছিল। এক আধুনিক শিল্পই দেশখনক অৰ্থনৈতিক স্বাধীনতা লাভ কৰিবলৈ আৰু বিপ্লৱৰ প্ৰধান লক্ষ্য, এক শোষণমুক্ত সমাজতান্ত্ৰিক সমাজ সৃষ্টি কৰাটো, সম্ভৱ কৰি তুলিবলৈ সক্ষম কৰি তুলিব—এই কথাটো উপলব্ধি কৰি প্ৰতিজন ছোভিয়েত ব্যক্তিয়েই শিল্পায়নৰ পৰা তেওঁৰ জীৱনত এক মৌলিক পৰিবৰ্তন আশা

কৰিছিল। গতিকে, শিল্পায়নৰ ভাবধাৰাটো ছোভিয়েত জনগণে কেৱল সমৰ্থন কৰাই নহয়, আনকি ইয়াত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈকো তেওঁলোক ইচ্ছুক আছিল।

দৈত্যাকায় ঔদ্যোগিক কল-কাৰখানা নিৰ্মাণ কৰাৰ কাৰণে প্ৰয়োজন আছিল প্ৰচুৰ পুঁজি বিনিয়োগৰ। ইমান ধন ক'ৰ পৰা পোৱা যাব? যুদ্ধ, অৰ্থনৈতিক বিশৃংখলা আৰু ভয়ানক খৰাং বছৰৰ দীঘলীয়া বছৰবোৰৰ পিছত দেশখন অতি কষ্টেৰে নিজৰ ভৰিত থিয় দিছিল। আটাইতকৈ প্ৰয়োজনীয় বস্তুবোৰৰে -খাদ্য, কানি-কাপোৰ, বাসস্থান আৰু ইন্ধন- অভাৱ আছিল। বিদেশৰ পৰা ধাৰ-ঋণ পোৱা নগৈছিল: পুঁজিবাদী শক্তিবিলাকে ছোভিয়েত প্ৰজাতন্ত্ৰৰ বিৰুদ্ধে অৰ্থনৈতিক অৱৰোধ কৰিছিল। এইভাৱে নবীন প্ৰজাতন্ত্ৰখনৰ অৰ্থনৈতিক উন্নতিত বাধা দিব আৰু কণ্ঠৰোধ কৰিব পৰা হব বুলি সিবিলাকে আশা কৰিছিল।

ইয়াৰ আছিল মাত্ৰ এটাই সমাধান: সকলো আভ্যন্তৰীণ সঞ্চয় ব্যৱহাৰ কৰা, নিধিৰ ক্ষেত্ৰত অত্যন্ত কঠোৰ মিতব্যয়ীতা পালন কৰা আৰু ৰাষ্ট্ৰীয় মালিকানাধীন শিল্প আৰু বাণিজ্যত সম্পদৰ উৎপাদন বৃদ্ধি কৰা আৰু এইভাৱে সমাজতান্ত্ৰিক সঞ্চয়ৰ হাৰ উন্নীত কৰা।

কঠিন যদিও, দেশে সেই উদ্যোগকে গ্ৰহণ কৰিছিল। অক্টোবৰ বিপ্লৱে কল আৰু কাৰখানা, খনি আৰু বিদ্যুৎ কেন্দ্ৰবোৰৰ ব্যক্তিগত মালিকানাৰ বিলোপ সাধন কৰিছিল আৰু সেয়ে শিল্প-উদ্যোগ, পৰিবহন, আভ্যন্তৰীণ আৰু বৈদেশিক বাণিজ্য আৰু বেংকৰ পৰা হোৱা লাভ ৰাষ্ট্ৰৰ হাতত থাকিছিল আৰু ঔদ্যোগিক বিকাশত ব্যৱহাৰ কৰিব পৰা হৈছিল। সকলো বিদেশী উদ্যোগ জাতীয়কৰণৰ ফলত ৰাষ্ট্ৰই প্ৰচুৰ ধন—৮০০-৯০০ নিযুত স্বৰ্ণ ৰুবল—শিল্প বিকাশৰ কাৰণে বৰাদ্দ কৰিবলৈ সমৰ্থ হৈছিল; জাৰৰ আমোলত এনে পৰিমাণৰ ধন বিদেশী উদ্যোগপতিসকলে বিনিয়োগ কৰা পুঁজিৰ লভ্যাংশ আৰু ধাৰৰ সুদৰ ৰূপত প্ৰতি বছৰেই বিদেশলৈ গৈছিল।

বিনা মূলীয়াকৈ মাটি ব্যৱহাৰ কৰিবলৈ পোৱা কৃষকসকলেও উপলব্ধি কৰিবলৈ আৰম্ভ কৰিছিল যে শিল্পায়ন তেওঁলোকৰ কাৰণেও অপৰিহাৰ্য। কাৰণ কেৱল শিল্পইহে গাওঁ অঞ্চলত কৃষি যন্ত্ৰ-পাতি আৰু শিল্পজাত সামগ্ৰীৰ যোগান ধৰিব পাৰে। গতিকে সিবিলাকৰ শ্ৰম আৰু বিত্তীয় সাহায্যৰ দ্বাৰা কৃষকসকলে ৰাষ্ট্ৰক সাহায্য কৰিছিল।

ৰাষ্ট্ৰীয় বণ্ডেও বৃহৎ পৰিমাণৰ সাহায্য আগবঢ়াইছিল। ঔদ্যোগিক বণ্ড কিনাৰ কাৰণে শ্ৰমিক, কৃষক, অফিচ আৰু বৃত্তিগত কৰ্মচাৰীসকলে তেওঁলোকৰ

সামান্য আয়ৰ পৰা এটা অংশ আচুতীয়াকৈ ৰাখিছিল। তেওঁলোকে নির্মাণাধীন কল-কাৰখানাবিলাকক গৌৰৱৰ চকুৰে চাইছিল, নিজক সেইবিলাকৰ পুৰাপুৰি মালিক বুলি অনুভৱ কৰিছিল।

এসময়ৰ পশ্চাৎপদ আৰু লণ্ড-ভণ্ড হৈ পৰা দেশখনৰ চেহেৰা নতুন ঔদ্যোগিক দৈত্যবিলাকে মৌলিকভাৱে সলনি কৰিছিল: ইয়াত নির্মিত হৈছিল ভল্গাৰ পাৰৰ প্ৰথম ট্ৰেকটৰ কাৰখানাটো, নীপাৰৰ জল-বিদ্যুৎ কেন্দ্ৰটো, যিটো আছিল সেই সময়ত বিশ্বৰ বৃহত্তম জলবিদ্যুৎ কেন্দ্ৰ, মধ্য এচিয়াৰ লগত (তাৰ্কিছ পথ) ছাইবেৰিয়াৰ সংযোগ সাধন কৰি এটা প্ৰধান ৰেলপথ আৰু সমাজতান্ত্ৰিক শিল্পায়নত আন বহুতো নতুন নতুন উদ্যোগ।

আধুনিক শিল্পৰ ভিত্তি ৰূপে আৰু প্ৰযুক্তিগত অগ্ৰগতিৰ পথ মুকলি কৰাৰ লক্ষ্যৰে নির্মাণ কৰা কাৰখানাবোৰত সেই অতীতৰ দিনবোৰত কায়িক শ্ৰম আৰু অতিশয় সৰল সঁজুলি আৰু আহিলাই প্ৰাধান্যতা লাভ কৰিছিল। উদাহৰণ স্বৰূপে, উৰালত প্ৰথমটো ৰাসায়নিক কাৰখানাৰ নির্মাণত প্ৰতি ১০০ জন মানুহৰ ভিতৰত ৯৮ জনেই কায়িক শ্ৰমত লিপ্ত আছিল। ৰেল শ্ৰমিকসকলে কোৰেৰে বান্ধ বান্ধিছিল, ৰেলৰ স্লীপাৰ পতা আৰু সেইবিলাকৰ লগত ৰেলৰ চিৰি বন্ধা কামটো কৰিছিল হাতেৰে। নতুন কাৰখানা, কল, বিদ্যুৎকেন্দ্ৰ আৰু ৰেলপথৰ প্ৰথম প্ৰকল্পবোৰে সেইবিলাকত কাম কৰিবলৈ আগ্ৰহশীল হাজাৰ হাজাৰ মানুহক আকৃষ্ট কৰিছিল।

সমগ্ৰ দেশৰ শিল্পায়নৰ কাৰণে প্ৰয়োজন হৈছিল জাতীয় পৰিসৰত কামৰ এক প্ৰণালীবদ্ধ সংগঠন। সেই কাৰণে ১৯২৭ চনত পঞ্চদশ পাৰ্টি কংগ্ৰেছে জাতীয় অৰ্থনীতিৰ বিকাশৰ কাৰণে পাঁচ বছৰীয়া পৰিকল্পনা বিশদীকৰণৰ পথ গ্ৰহণ কৰিছিল। প্ৰথম পাঁচ-বছৰীয়া পৰিকল্পনাক (১৯২৮-১৯৩২) ৰূপ দিয়া হৈছিল এক সমাজতান্ত্ৰিক অৰ্থনীতিৰ ভিত্তি স্থাপন কৰিব পৰাকৈ আৰু গধুৰ শিল্পৰ অগ্ৰাধিকাৰ বিকাশ সুনিশ্চিত কৰিব পৰাকৈ।

নিবনুৱা সমস্যাৰ বিলোপ সাধনৰ কাৰণেও পৰিকল্পনাত বিস্তৃত কাৰ্যসূচী গ্ৰহণ কৰা হৈছিল। নতুন ঔদ্যোগিক কাৰখানাবিলাকত নিয়োজিত লোকৰ সংখ্যা দ্ৰুত গতিত বৃদ্ধি কৰাৰ কাৰণে কাৰ্যসূচীত প্ৰধানতঃ ব্যৱস্থা ৰখা হৈছিল। ইয়াৰ উপৰি, কৰ্ম-দিৱস সাত ঘণ্টালৈ হ্ৰাস কৰাৰো ব্যৱস্থা আছিল। সামাজিক কৰ্তব্যবিলাক সমাধান কৰাৰ প্ৰয়োজনীয়তাৰ পৰা আগবাঢ়ি, পৰিকল্পনাত শিল্পৰ বিকাশ আৰু সেই হিচাপে, দেশৰ পৰম্পৰাগতভাৱে কৃষি প্ৰধান প্ৰজাতন্ত্ৰবিলাকত চাকৰি সৃষ্টিৰ সমস্যাৰ

সমাধান কৰাৰ কথা কল্পনা কৰা হৈছিল। অৰ্থনৈতিক আৰু সাংস্কৃতিকভাৱে পিছ পৰি থকা অঞ্চলবিলাকৰ, য'ত সামন্তবাদৰ অৱশিষ্টাংশবিলাক তেতিয়াও টিকি আছিল, জনসাধাৰণক আধুনিক জীৱনধাৰাৰ কাষ চপাই অনাৰ উদ্দেশ্যে এইটো প্ৰয়োজন আছিল। বিশেষকৈ মধ্য এচিয়াত, কপাহ আৰু পাট প্ৰক্ৰিয়ণৰ কাৰণে বৃহৎ বস্ত্ৰ-শিল্পৰ কল নিৰ্মাণ কৰা হৈছিল। সেইবিলাকে আন এটা জটিল সামাজিক কৰ্তব্য- সামাজিক শ্ৰমত প্ৰাচ্যৰ নাৰীসকলক জড়িত কৰা—চম্ভালাটো সম্ভৱপৰ কৰি তুলিছিল।

এনেবোৰ কাৰখানা বস্ত্ৰশিল্পৰ পুৰণি কেন্দ্ৰবোৰত—ৰাছিয়াৰ মধ্যম খণ্ডত, য'ত প্ৰাক্ বিপ্লৱী যুগত মধ্য এচিয়াৰ পৰা কেঁচামাল পঠোৱা হৈছিল—নিৰ্মাণ কৰা হ'লে বাণিজ্যিকভাৱে বেছি লাভজনক হ'লহেঁতেন। কিন্তু সেই ক্ষেত্ৰত মধ্য এচিয়া বহু বছৰলৈকে সামাজিক ৰূপান্তৰবিলাকৰ কোনো ফল লাভ নকৰাকৈ থাকিব লগা হ'লহেঁতেন।

ছোভিয়েত ইউনিয়নৰ ভূখণ্ড হ'ল এক প্ৰকাণ্ড নিৰ্মাণস্থলীৰ দৰে। নিৰ্মাণৰ কাৰণে এনে এক প্ৰকাণ্ড সুযোগ ইতিহাসত কোনো দিনেই পৰিলক্ষিত হোৱা নাছিল। নিৰ্মাণকাৰী সকল সচেতন আছিল যে তেওঁলোকে নিজৰ কাৰণে কাম কৰিছে, নতুন কল আৰু কাৰখানাবোৰত তেওঁলোকে নিজেই কাম কৰিব। সেই কাৰণেই, ভৱিষ্যতে কাৰখানাবোৰত প্ৰয়োজন হোৱা দক্ষতাবোৰ শিকাৰ কাৰণে, নিৰ্মাণ কাৰ্য্য চলি থকা অৱস্থাতেই তেওঁলোকে পাঠ্যক্ৰমত যোগদান কৰিছিল। এই প্ৰাক্-প্ৰশিক্ষণ আছিল অত্যন্ত গুৰুত্বপূৰ্ণ, কাৰণ নতুন কাৰখানাবোৰত আধুনিক যন্ত্ৰপাতি ব্যৱহাৰ কৰা হৈছিল আৰু এইবিলাক চলাবলৈ বিশেষ প্ৰশিক্ষণৰ প্ৰয়োজন।

প্ৰথম পাঁচ বছৰীয়া পৰিকল্পনাত নিৰ্ধাৰিত কৰা প্ৰকাণ্ড পৰিসৰৰ কাম সমাধা কৰিব পৰা হ'ব, যদিহে বিকাশৰ দুয়োটা পদ্ধতি- সঘন আৰু ব্যাপক সমন্বিত কৰা হয়। সঘন পদ্ধতিৰ লগত জড়িত থাকে প্ৰতিজন শ্ৰমিকৰ উচ্চতৰ শ্ৰম উৎপাদিকা, ব্যাপক পদ্ধতিৰ কাৰণে প্ৰয়োজন শ্ৰমজীৱী মানুহৰ, বিশেষকৈ ঔদ্যোগিক শ্ৰমিকৰ সংখ্যা বৃদ্ধি কৰাটো।

প্ৰথম পাঁচ বছৰীয়া পৰিকল্পনাৰ লক্ষ্য আছিল পৰিকল্পনাৰ শেষৰ ফালে নিবনুৱাৰ সংখ্যা আধা কমোৱা (১৯২৭ ১৯২৮-ৰ বিত্তীয় বছৰত নিবনুৱাৰ সংখ্যা আছিল ১·১ নিযুত)। জীৱনে এই পাৰকল্পনাৰ সংশোধন কৰিছিল। প্ৰথম পাঁচ-বছৰীয়া পৰিকল্পনাৰ কাল শেষ হোৱাৰ আগতেই কৰ্মহীনতা কাৰ্য্যত দূৰ কৰা হৈছিল। কেৱল ১৯২৯ চনৰ ভিতৰতেই নিৰ্মাণ কৰ্মীৰ সংখ্যা ৫০০,০০০ ৰ পৰা ১,৩০০,০০০ লৈ

বৃদ্ধি পাইছিল, পাঁচ বছৰীয়া কালছোৱাৰ ভিতৰতে মুঠ পাঁচ নিযুত চাকৰি সৃষ্টি হৈছিল।

প্ৰথম পাঁচ-বছৰীয়া পৰিকল্পনাৰ কালছোৱাত প্ৰায় ১৫০০ প্ৰধান উদ্যোগ চালু হৈছিল। এইবিলাকৰ ভিতৰত আছিল উৰাল, ছাইবেৰীয়া আৰু উক্ৰাইনত লোহা আৰু তীখা কাৰখানা আৰু নগৰত যন্ত্ৰ নিৰ্মাণ আৰু ৰাসায়নিক কাৰখানা। আগতে থকা শাখা বিলাকৰ আধুনিক ৰূপ দিয়া হৈছিল আৰু নতুন নতুন শাখা নিৰ্মাণ কৰা হৈছিল: ট্ৰেক্টৰ, মটৰ আৰু বিমান শিল্প, উচ্চ-গুণ সম্পন্ন তীখা, বিদ্যুৎ আৰু ৰেডিঅ' সঁজুলি আৰু বিধবিধ লঘু শিল্প আৰু খাদ্য উৎপাদনৰ বিকাশ সাধন কৰা হৈছিল।

প্ৰথম পাঁচ-বছৰীয়া পৰিকল্পনা সম্পাদনৰ গতিপথত কৰ্মহীনতা অতি দ্ৰুত-গতিত বিলোপ কৰা হৈছিল, কিন্তু দেশৰ কোনো কোনো শাখাত একে সময়তে জনশক্তিৰ অভাৱ ঘটিছিল আৰু কিছুমান দক্ষ কৰ্মীৰ তীব্ৰ অনাটন চলিছিল। দেশৰ সন্মুখত নতুন নতুন কৰ্তব্য আহি পৰিছিল। সেইবিলাক চম্ভালাৰ এটা উপায় আছিল সাধাৰণ নাগৰিকসকলক শিল্পায়নৰ প্ৰধান লক্ষ্যত জড়িত কৰা।

## গাঁও অঞ্চলৰ পৰিৱৰ্তন

বিপ্লৱোত্তৰ দিনৰ প্ৰথম বছৰবোৰত, গাঁৱৰ পৰা যিসকলৰ মানুহ এক উন্নততৰ জীৱনৰ সন্ধানত চহৰবিলাকলৈ গৈছিল, সেই সকলোৱেই নিৰনুৱাসকলৰ এক বুজন অংশ, কোনো কোনো ক্ষেত্ৰত, প্ৰধান অংশ হৈ পৰিছিল। কিন্তু খেতিয়ক-সকলৈ চোভিয়েত চৰকাৰে মাটি দিয়াৰ পিছত গাঁৱবাসীসকল কাম বিচাৰি চহৰলৈ অহাৰ প্ৰধান কাৰণটো দূৰ হৈছিল। গাঁও অঞ্চলত জীৱনৰ অৱস্থা উন্নত হৈছিল। কিন্তু শিল্পায়ন ক্ৰমে বেছি পৰিমাণে সফল হৈ পৰাৰ লগে লগে আৰু প্ৰধানতঃ ৰাষ্ট্ৰীয় মালিকানাধীন শিল্পই প্ৰতিষ্ঠিত কৰা সমাজতান্ত্ৰিক ব্যৱস্থাই ক্ৰমে বেছি গভীৰলৈ শিপাবলৈ লোৱাৰ লগে লগে, সমাজতন্ত্ৰ আৰু প্ৰগতিৰ পথত দ্ৰুত-গতিত আগবঢ়া চহৰ আৰু পুৰণি অৱস্থাকে একে ধৰণে থকা আৰু ক্ষুদ্ৰ-সম্পত্তি অৰ্থনীতিয়ে প্ৰাধান্য কৰা গাঁৱৰ মাজত দ্বন্দ্ব ক্ৰমে বেছি তীব্ৰ হৈ পৰিছিল।

সমাজতান্ত্ৰিক শিল্পায়নে কৃষকসকলক, বিশেষকৈ ডেকা চামক চহৰৰ প্ৰতি ক্ৰমে বেছি আকৃষ্ট কৰিছিল। প্ৰথম পাঁচ-বছৰীয়া পৰিকল্পনাৰ কালছোৱাত, ঔদ্যোগিক কাৰখানা নিৰ্মাণৰ কাৰণে জনশক্তি সংগ্ৰহ কৰিবলৈ মানুহ গাঁও অঞ্চললৈ

আহিছিল। নতুন নির্মাণ স্থলীৰ ফালে কৃষকসকলৰ গাড়ীৰ দীঘলীয়া সোঁত বৰলৈ আৰম্ভ হৈছিল।

চহৰবিলাকলৈ আৰু প্ৰথম পাঁচ বছৰীয়া পৰিকল্পনাৰ নিৰ্মাণ প্ৰকল্পবোৰলৈ কৃষকসকলৰ ব্যাপক আগমনে গাওঁ অঞ্চলত নিবনুৱা সমস্যা কাৰ্য্যতঃ সমাধা কৰিছিল। কিন্তু সমাজতান্ত্ৰিক শিল্প আৰু ক্ষুদ্ৰায়তন ব্যক্তিগত কৃষি ব্যৱস্থাৰ মাজত ব্যাপক ব্যৱধানৰ সমস্যা থাকি গৈছিল। এই সমস্যাটো সমাধানৰ কাৰণে গাওঁ অঞ্চলৰ সমাজতান্ত্ৰিক ৰূপান্তৰৰ কাৰণে লেনিনৰ আঁচনি কাৰ্য্যকৰী কৰাটো প্ৰয়োজন হৈছিল। এই আঁচনিৰ ভিত্তি আছিল যৌথ কৃষি ব্যৱস্থা।

কৃষিৰ যৌথ সংস্থা গঠনৰ কাৰণে লেনিনৰ আঁচনিত সমাজতন্ত্ৰ নিৰ্মাণত কৃষক সকলক সমবায়বিলাকৰ সিবিলাকৰ নিম্নতৰ ৰূপৰ (যোগান আৰু বাণিজ্য) পৰা উচ্চতৰ ৰূপলৈ (উৎপাদন) যোগেদি জড়িতকৰণৰ ব্যৱস্থা আছিল। কৃষকৰ ভূমি গোটবোৰ স্বেচ্ছামূলক ভিত্তিত সমবায়বিলাকত একীভূত কৰা হৈছিল। যৌথ শ্ৰমৰ আৰু বিভিন্ন কৃষি যন্ত্ৰপাতি, বিশেষকৈ ট্ৰেকটৰ ব্যৱহাৰ কৰাৰ সুবিধাৰ বিষয়ে কৃষকসকলক বুজনি দিয়া হৈছিল। ৰাষ্ট্ৰীয় কৃষি পামবিলাকৰ কাম কাজ-বিলাক দেখি, তেওঁলোকে এই সুবিধাবিলাক নিজেই দেখিবলৈ পাইছিল। যিহেতু কিছুসংখ্যক কৃষকে কৃষি আৰ্টেল গঠন কৰিছিল, ৰাষ্ট্ৰই তেওঁলোকক বয়-বস্তু আৰু আৰ্থিক সাহায্য দিছিল আৰু ইয়াৰ যোগেদি যৌথকামৰ প্ৰতি উৎসাহ দান কৰিছিল।

১৯৩০ চনত যৌথ কৃষিপামৰ (ৰুছ ভাষাত **কলখজ**) ভিতৰত কৃষকসকলৰ ব্যাপক একীকৰণ আৰম্ভ হৈছিল আৰু এইবোৰেই হৈ পৰিছিল কৃষক সমবায়ৰ প্ৰধান ধৰণ। কৃষকসকলৰ ব্যক্তিগত স্বাৰ্থৰ লগত ৰাজহুৱা স্বাৰ্থৰ বৃহত্তম পৰিমানৰ সমন্বয় সাধন যৌথ কৃষিপামে সম্ভৱ কৰি তুলিছিল। কৃষকসকলৰ শ্ৰম, তেওঁলোকৰ মাটি আৰু উৎপাদনৰ সকলোবোৰ মূল আহিলা ই সমাজৰ সম্পত্তি কৰিছিল। কৰা কামৰ পৰিমাণ আৰু গুণ অনুসৰি মজুৰি দিয়া হৈছিল। ঘৰ-বাৰী, সৰুসুৱা সজুলি আৰু গৰু-ম'হৰ একাংশ যৌথ কৃষি পামৰ কৃষকসকলৰ ব্যক্তিগত সম্পত্তি হৈ থাকিছিল। ব্যক্তিগত সম্পূৰক কৃষিৰ কাৰণে যৌথপামৰ কৃষকে একোটুকুৰা মাটিও পাইছিল। (প্ৰায় আধা হেক্টৰলৈকে)।

কৃষিৰ যৌথীকৰণ দ্ৰুত গতিত আগবাঢ়িছিল: এহাতে, অধিকাংশ কৃষকে যৌথ শ্ৰমৰ আৰু বৃহদাকাৰ উৎপাদনৰ সকলোবিলাক সুযোগৰ ব্যৱহাৰ কৰিবলৈ আগ্ৰহশীল হৈছিল, কাৰণ এইবিলাকে ক্লেশকৰ আৰু নিম্ন উৎপাদিকা কায়িক শ্ৰমৰ

ঠাইত যান্ত্রিক শ্রম ব্যৱহাৰ কৰাটো সম্ভৱ কৰি তুলিছিল ; আনহাতে, তেওঁলোকৰ জীৱন পুনৰগঠনৰ কাৰণে ৰাষ্ট্ৰ আৰু কমিউনিষ্ট পাৰ্টিয়ে কৃষকসকলক প্ৰচুৰ পৰিমাণে সাহায্য দিছিল। যৌথ কৃষি পামবিলাকক আধুনিক যন্ত্ৰ-পাতিৰ যোগান ধৰাৰ দায়িত্ব ৰাষ্ট্ৰই নিজেই গ্ৰহণ কৰিছিল (যৌথ কৃষি পামবিলাকক সহায় কৰাৰ কাৰণে দেশৰ সমগ্ৰ গাওঁ অঞ্চলত ৰাষ্ট্ৰীয় মালিকানাধীন যন্ত্ৰ আৰু ট্ৰেকটৰ কেন্দ্ৰবিলাক স্থাপন কৰা হৈছিল), গাওঁ অঞ্চললৈ উৎপাদনৰ অভিজ্ঞ সংগঠকসকলক পঠাইছিল আৰু বৃহৎ পৰিমাণৰ ধন যৌথ কৃষি পামবিলাকক বৰাদ্দ কৰিছিল।

গাওঁ অঞ্চলত নিয়োগৰ অৱস্থাৰ ওপৰত কৃষি ক্ষেত্ৰত সমাজতান্ত্ৰিক সংস্কাৰৰ এক নিৰ্ণায়ক ক্ৰিয়া ঘটিছিল। যৌথীকৰণৰ ফলত খেতিৰ অঞ্চল যথেষ্ট পৰিমাণে বৃদ্ধি কৰাটো আৰু নতুন নতুন মাটি খেতিৰ কামত লগোৱাটো সম্ভৱ হৈ উঠিছিল। উদাহৰণ স্বৰূপে, ১৯২৯ চনৰ পৰা ১৯৩০ চনলৈকে সমগ্ৰভাৱে দেশত খাদ্যশস্যৰ অঞ্চল ৬.৪ নিযুত হেক্টৰ বৃদ্ধি পাইছিল। শ-শ গৰু ম'হ ৰখাৰ কাৰণে গোহালি, ঘাঁহ ৰখা ভৰাল, গেৰেজ, কাৰখানা, পানী জমা ৰখা ভাণ্ডাৰ, প্ৰশাসনিক ঘৰ, স্কুল, হাস্পতাল, ক্লাৱ আৰু সাংস্কৃতিক মঞ্চৰ সুবিধাবিলাক যৌথ কৃষি পামবিলাকে নিৰ্মাণ কৰিবলৈ আৰম্ভ কৰিছিল। ইয়াৰ কাৰণে বৃহৎ সংখ্যক শ্ৰমিকৰ প্ৰয়োজন হৈছিল। আগতে গাঁৱৰ কাঠমিস্ত্ৰী, চুল্লা মিস্ত্ৰী, ঘৰৰ চাল সজা মজুৰ আৰু পকা মিস্ত্ৰীসকলে কাম বিচাৰি চহৰলৈ গৈছিল : এতিয়া তেওঁলোকৰ নিজ নিজ গাঁৱতে তেওঁলোকৰ কাৰণে যথেষ্ট কাম ওলাইছে। তাতোকৈ ডাঙৰ কথা, গাওঁবিলাকৰ এতিয়া প্ৰয়োজন আছিল এক সম্পূৰ্ণৰূপে নতুন ধৰণৰ বিশেষজ্ঞ : কৃষিবিজ্ঞানী, পশুপালন বিশাৰদ, অভিযন্তা, যন্ত্ৰচালক, শিক্ষক, অৰ্থনীতিবিদ, হিচাব ৰক্ষক, ডাক্তৰ ইত্যাদি।

১৯৩০ চনৰ বসন্ত কাললৈকে চহৰবিলাকে ৰাষ্ট্ৰীয় আৰু যৌথ পামৰ কাৰণে ৫০,০০০ জন ট্ৰেকটৰ আৰু লৰী চালক, ১০০,০০০ দক্ষ শ্ৰমিক আৰু যৌথ পাম ব্যৱস্থাপনাৰ কাৰণে ২৫,০০০ কাৰ্য্যবাহী বিষয়াৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছিল।

প্ৰাক্-বিপ্লৱী ৰাছিয়াৰ কৃষি ক্ষেত্ৰৰ অতিৰিক্ত লোকখিনিয়েই আছিল গাওঁ অঞ্চলৰ নিবনুৱাখিনি, এওঁলোক সংখ্যাত ২০ নিযুত হব বুলি হিচাব কৰা হৈছিল। যৌথীকৰণৰ ফলস্বৰূপে "কৃষিক্ষেত্ৰত অতিৰিক্ত লোক" কথাটো অতীতৰ বস্তু হৈ পৰিছিল।

## সাংস্কৃতিক বিপ্লৱ আৰু নিয়োগ

কৰ্মহীনতা দূৰ কৰাৰ কাৰণে নতুন নতুন চাকৰি সৃষ্টি কৰাটোৱেই যথেষ্ট নহয়।

ব্যৱহাৰিক ক্ষেত্ৰৰ পৰা দেখা যায় যে কৰ্মীৰ বৃত্তিগত প্ৰশিক্ষণ যদি উৎপাদনৰ চাহিদাৰ লগত অনুৰূপ নহয়, তেনেহলে কৰ্মীৰ অনাটনৰ লগে লগে নিবনুৱা সমস্যাও থাকি যাব পাৰে।

ইউ এছ এছ আৰত প্ৰথম বিপ্লৱোত্তৰ বছৰবোৰত ঠিক এনেকুৱা এটা পৰিস্থিতিয়েই উদ্ভৱ হৈছিল। নতুন কল আৰু কাৰখানাবিলাক চলোৱাৰ কাৰণে আৰু আধুনিক সজুলিবোৰ কামত লগোৱাৰ কাৰণে দক্ষ কৰ্মীৰ প্ৰয়োজন হৈছিল। কিন্তু প্ৰায়বিলাক নিবনুৱাই আছিল হয় অশিক্ষিত, নতুবা পুৰণিকলীয়া দক্ষতাসম্পন্ন মানুহ, যিসকলে বিশেষ প্ৰশিক্ষণ নোহোৱাকৈ আধুনিক জটিল সজুলি ব্যৱহাৰ কৰিব নোৱাৰিছিল। সেই কাৰণে সেই সময়ত দেশত যথেষ্ট সংখ্যক নিবনুৱা আছিল, বিদেশী কাৰিকৰী বিশাৰদসকলৰ অবিহনে কোনো কাম চলাব পৰা নাছিল। এই বিদেশী কাৰিকৰসকলক আমাৰ নিজা অভিজ্ঞ আৰু কাৰিকৰসকলে পোৱাতকৈ বহু বেছি উচ্চ হাৰত দৰমহা দিব লগা হৈছিল।

জনসাধাৰণৰ শিক্ষামূলক আৰু সাংস্কৃতিক মান উন্নীত নকৰাকৈ নতুন সমাজখন গঢ়ি তোলাটো সম্ভৱ নাছিল। জনশিক্ষাৰ ক্ষেত্ৰত এক নতুন জাগৰণ অনা আৰু লাখ লাখ মানুহক পাঠদান দিয়াৰ কাৰণে অনুষ্ঠান সৃষ্টি কৰা—এয়ে আছিল ইউ এছ এছ আৰৰ সাংস্কৃতিক বিপ্লৱৰ অন্যতম প্ৰধান লক্ষ্য।

এই কামটো সহজ কাম নাছিল। কাৰণ ১৯২০ দশকৰ প্ৰথম ভাগত, আনকি ৰুছীয় চহৰীয়া শ্ৰমিকসকলৰ মাজতো নিৰক্ষৰতা আছিল ৫০ শতাংশ আৰু কৃষকসকলৰ মাজত ৮০ শতাংশ। দেশৰ পূবৰ জাতীয় সংখ্যালঘুবিলাকৰ অৱস্থা আছিল অধিক শোচনীয়। সাক্ষৰতা আছিল উজবেকসকলৰ মাজত ১.৩ শতাংশ, তুৰ্কমেনসকলৰ মাজত ০.৭ শতাংশ আৰু তাজিকসকলৰ মাজত ০.৫ শতাংশ। দেশৰ ৪০ টাতকৈ অধিক জনগোষ্ঠী আৰু উপজাতিৰ নিজস্ব কোনো লিখিত ভাষা নাছিল।

জাতিব্যাপী সাক্ষৰতাৰ অভিযানত কেৱল শিক্ষকসকলেই নহয়, আনকি ছাত্ৰ, অফিচৰ কৰ্মচাৰী, উচ্চ শ্ৰেণীৰ ছাত্ৰ আৰু শিক্ষিত শ্ৰমিক আৰু কৃষকসকলেও যোগদান কৰিছিল। য'তেই কম বেছি সুবিধাজনক ঠাই পোৱা গৈছিল, ত'তেই সাক্ষৰতাৰ শ্ৰেণীবোৰ খোলা হৈছিল। সোভিয়েত ক্ষমতাৰ প্ৰথম তিনি বছৰৰ ভিতৰত কেবা নিযুত মানুহে লিখিবলৈ আৰু পঢ়িবলৈ শিকিছিল।

প্ৰতি-বিপ্লৱীবিলাক আৰু বিদেশী হস্তক্ষেপকাৰীবিলাকৰ বিৰুদ্ধে জয়লাভৰ পিছত (১৯২০), শৈক্ষিক কামৰ হাৰ আৰু দক্ষতা উল্লেখনীয়ভাৱে বৃদ্ধি পাইছিল।

“নিৰক্ষৰতা—ধ্বংস হওক” নামৰ গণ স্বেচ্ছাসেৱী সমিতি প্ৰতিষ্ঠাৰ ফল স্বৰূপেও এই প্ৰগতি লাভ কৰা হৈছিল। ১৯২৭ চনৰ শেষৰ ফালে প্ৰায় ১০ নিযুত প্ৰাপ্তবয়স্কই পঢ়িবলৈ আৰু লিখিবলৈ শিকিছিল, পৰৱৰ্ত্তী পাঁচ বছৰত শিকিছিল আৰু ২০ নিযুতে।

প্ৰথম পাঁচ-বছৰীয়া পৰিকল্পনা কালছোৱাত স্কুলবিলাকত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৫০ শতাংশতো অধিক বৃদ্ধি পাইছিল। শিক্ষাৰ সকলোবিলাক শ্ৰেণীয়েই আছিল বিনামূলীয়া। দুখীয়া পৰিয়ালবোৰৰ পৰা অহা আগৰ ছেমনীয়াসকলে কাম বিচাৰিবলগা হোৱাত স্কুল এৰিবলগা হৈছিল, আৰু নিৰক্ষৰসকলৰ সংখ্যা বৃদ্ধি কৰিছিলগৈ, এতিয়া তেওঁলোকৰ অধিকাংশই তেওঁলোকৰ অধ্যয়ন অব্যাহত ৰাখিব পাৰিছিল। উদীয়মান প্ৰজন্মক শিক্ষাদানৰ কাৰণে ৰাষ্ট্ৰই সকলো খৰচ বহন কৰিছিল।

নিৰক্ষৰতা দূৰীকৰণৰ সম্পৰ্কত পাঁচ-বছৰীয়া পৰিকল্পনাৰ কামটো দুবছৰতে পূৰণ কৰা হৈছিল। সাংস্কৃতিক বিপ্লৱে শিক্ষকসকলৰ মাজত কৰ্মহীনতা ততালিকেই নিৰোধ কৰিছিল। আৰু অচিৰেই, বিশেষকৈ সাৰ্বজনীন বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰৱৰ্ত্তনৰ পিছত, দেশে শিক্ষক কৰ্মীৰ নাটনিৰ সমস্যাৰ সন্মুখীন হবলৈ আৰম্ভ কৰিলে। আগতে প্ৰাথমিক শিক্ষা সম্পূৰ্ণ নকৰা, পোন্ধৰ বছৰ বয়সলৈকে, সকলোৰে কাৰণে এই শিক্ষা বাধ্যতামূলক কৰা হৈছিল।

[illegible] এক স্বতন্ত্ৰ জীৱন নিৰ্বাহ কৰিবলৈ আৰম্ভ কৰা লোকসকলে প্ৰয়োজনীয় নৈপুণ্য জ্ঞান লাভ কৰিছিল যাৰ সহায়ত সেই কালত তেওঁলোকে শ্ৰমৰ কাৰ্য্যকলাপত এক সক্ৰিয় অংশগ্ৰহণ কৰিব পাৰিছিল।

অৰ্থনৈতিক কাৰিকৰী আৰু সামাজিক পুনৰগঠনৰ অধানত কামৰ কাৰণে জনসাধাৰণক প্ৰস্তুত কৰাৰ ক্ষেত্ৰত এক বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল দেশখনৰ পূৰ্বৰ পশ্চাৎপদ জাতীয় সীমান্ত অঞ্চল, বিশেষকৈ মধ্য এচিয়াৰ ছোভিয়েত প্ৰজাতন্ত্ৰবিলাকত আৰু টুৰুৱায়া কাজাখাস্তানত সাংস্কৃতিক বিপ্লৱে। ১৯৩২ চনলৈকে উজবেকসকলৰ মাজত সাক্ষৰতা ৭২ শতাংশলৈ উঠিছিল আৰু তুৰ্কমেনসকলৰ মাজত উঠিছিল ৬০ শতাংশলৈ। দেশখনৰ এইবিলাক অংশত নাৰীসকলৰ জীৱনলৈ অহা পৰিৱৰ্ত্তন আছিল বিশেষভাৱে চমকপ্ৰদ। তাত নাৰীৰ কাৰণে সাক্ষৰতা স্কুল খোলা হৈছিল; স্থানীয় উদ্যোগবিলাকত কাম কৰিব পৰা হোৱাকৈ তেওঁলোকক বৃত্তিগত শিক্ষা দিয়া হৈছিল, মাধ্যমিক বিদ্যালয় আৰু উচ্চতৰ শিক্ষা প্ৰতিষ্ঠানত ভৰ্ত্তি হোৱা সম্পৰ্কত তেওঁলোকক বিশেষ সুবিধা দিয়া হৈছিল। এই কথাটো উল্লেখ কৰিব লাগিব যে

বিপ্লৱৰ আগত দেশখনৰ এই খণ্ডবোৰত উচ্চতৰ অথবা মাধ্যমিক, কোনো শিক্ষা প্ৰতিষ্ঠান নাছিল। তাত প্ৰথম মহাবিদ্যালয় নিৰ্মাণ কৰা হৈছিল অক্টোবৰ বিপ্লৱত জয়লাভ কৰাৰ পিছতহে।

সংস্কৃতি আৰু কলাৰ ক্ষেত্ৰত বিশেষজ্ঞসকলৰ মাজত কৰ্মহীনতাৰ সমস্যা দ্ৰুত গতিত সমাধানৰ প্ৰতি সাংস্কৃতিক বিপ্লৱে বৰঙনি যোগাইছিল। শিক্ষা জগতত সোমোৱাৰ সুযোগ লাভ কৰাৰ পিছত স্বাভাৱিকতে জ্ঞানৰ প্ৰতি মানুহৰ ধাউতি বাঢ়িছিল। ইয়াৰ পৰিণতি ৰূপে, কিতাপ ছপোৱা আৰু আলোচনী আৰু বাতৰি কাকতৰ সঞ্চালন দ্ৰুত গতিত বৃদ্ধি পাইছিল। উদাহৰণ স্বৰূপে, পাঁচ-বছৰীয়া পৰিকল্পনাকালৰ প্ৰথম দুবছৰৰ ভিতৰতে, দেশত প্ৰকাশ পোৱা কিতাপৰ সংখ্যা তিনগুণ হৈছিল। ইয়াৰ অৰ্থ হল নিবন্ধুৱা ছপাশালৰ কৰ্মীসকলৰ কাৰণে কাম আৰু সম্পাদক, কিতাপৰ নক্সাকাৰক, টাইপিষ্ট, প্ৰুফ ৰীডাৰ আৰু অন্যান্য অৰ্হতাসম্পন্ন বিশেষজ্ঞ আৰু লগতে পুথিভঁড়ালী আৰু সাংস্কৃতিক কৰ্মীৰ কাৰণে নতুন চাকৰি। চলচ্চিত্ৰ শিল্পৰো উন্নত হৈছিল আৰু চলচ্চিত্ৰৰ বিতৰণ সেৱাও প্ৰসাৰিত হৈছিল।

জনস্বাস্থ্য সেৱাও দ্ৰুত গতিত আগবাঢ়িছিল। নতুন নতুন হাস্পতাল, চিকিৎসালয় আৰু বিভিন্ন পৰিচ্ছন্নতাবিষয়ক আৰু ৰোগ প্ৰতিষেধক প্ৰতিষ্ঠানবোৰ গঢ়ি তোলা হৈছিল। সকলো ঠাইতেই চিকিৎসাকেন্দ্ৰ, প্ৰসূতি সদন আৰু শিশু-পালন কেন্দ্ৰ খোলা হৈছিল। ইয়াৰ ফলত উদ্ভৱ হৈছিল চিকিৎসা কৰ্মীৰ কাৰণে অধিকতৰ দাবী। অচিৰতে, প্ৰদেশবিলাক ডাক্তৰৰ নাটনিৰ সন্মুখীন হৈছিল। কিছুদিনৰ পিছত এই নাটনি প্ৰধান চহৰবিলাকলৈকো বিয়পি পৰিছিল। শ্ৰমজীৱী মানুহৰ মূল চাহিদাবিলাকৰ কাৰণে আৰু তেওঁলোকৰ কল্যাণমূলক ব্যৱস্থা উন্নয়নৰ কাৰণে ৰাষ্ট্ৰৰ চিন্তাৰ ফলত উদ্ভৱ হোৱা জনস্বাস্থ্য সেৱাৰ সম্প্ৰসাৰণে বুদ্ধিজীৱী শ্ৰেণীৰ এক বৃহৎ বাহিনীক শ্ৰমৰ কাৰ্য্যকলাপলৈ আকৃষ্ট কৰিছিল।

নিৰক্ষৰতা দুৰীকৰণ আৰু জনসাধাৰণৰ শিক্ষাৰ মানোন্নয়ন সুনিশ্চিত কৰা হৈছিল সাধাৰণ মাধ্যমিক আৰু উচ্চতৰ বিদ্যালয়ৰ পুনৰগঠনৰ দ্বাৰা। উচ্চতৰ শিক্ষা সকলোৱে গ্ৰহণ কৰিব পৰাকৈ কৰা হৈছিল। উচ্চতৰ শিক্ষা প্ৰতিষ্ঠানত ভৰ্তি হোৱাৰ কাৰণে প্ৰস্তুত হবলৈ শ্ৰমিক আৰু কৃষকসকলে সাহায্য পাইছিল। এইবিলাকত তেওঁলোকৰ কাৰণে বিশেষ শ্ৰমিক বিভাগ খোলা হৈছিল।

জাতীয় অৰ্থনীতিৰ সকলো শাখাতে বিশেষজ্ঞসকলৰ ব্যাপক প্ৰশিক্ষণ আৰম্ভ হৈছিল। পাঁচ-বছৰীয়া পৰিকল্পনাৰ প্ৰথম ভাগত হাজাৰ হাজাৰ ডেকা প্ৰতিষ্ঠান আৰু বিশেষীকৃত মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ হৈছিল। ছোভিয়েত ৰাষ্ট্ৰই তেওঁলোকক

এক নতুন, সমাজতান্ত্রিক সমাজৰ বিবেকী নিৰ্মাতা হিচাপে শিক্ষিত কৰি তুলিছিল। সংবাদপত্ৰ আৰু ৰেডিঅ'ই শ্ৰমজীৱী মানুহক প্ৰয়োজনীয় তত্বগত জ্ঞান আৰু সমাজ বিকাশৰ বিধানবোৰৰ এক উপলব্ধি দিয়াৰ কাৰণে চেষ্টা কৰিছিল।

প্ৰথম পাঁচ-বছৰীয়া পৰিকল্পনাৰ কালছোৱাৰ কাৰণে ৰচনা কৰা কৰ্মহীনতা দূৰীকৰণৰ কাৰ্য্যসূচী নিৰ্দ্ধাৰিত সময়ৰ আগতেই সম্পূৰ্ণ কৰা হৈছিল। ১৯৩০ চনৰ শেষ ভাগত দেশৰ শেষটো শ্ৰম বিনিয়োগ কেন্দ্ৰ বন্ধ কৰি দিয়া হৈছিল : জনসাধাৰণৰ সাৰ্বজনীন নিয়োগ লাভ কৰা হৈছিল।

*　　　*　　　*　　　*

এইভাৱে, ইউ এচ্ এচ্ আৰত নিবনুৱা সমস্যা দূৰ কৰা হৈছিল। তাৰপিচত কাম হ'ল দেশৰ জনশক্তি সম্পদৰ প্ৰণালীবদ্ধ প্ৰশিক্ষণ আৰু বিতৰণ সুনিশ্চিত কৰা, যাতে এহাতে, কৰ্মহীনতা আকৌ ঘূৰি আহিব নোৱাৰে আৰু আনহাতে, দীৰ্ঘ-ম্যাদী চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি জাতীয় অৰ্থনৈতিক নিভৰযোগ্যভাৱে বিশেষজ্ঞৰ যোগান ধৰা যায়। কেতিয়াবা কেতিয়াবা এটা বৃহৎ উদ্যোগ নিৰ্মাণ কৰা সময়তকৈ দক্ষ কৰ্মী-বাহিনীৰ প্ৰশিক্ষণত বেছি সময়ৰ প্ৰয়োজন হয় : গতিকে, ভৱিষ্যতৰ চাহিদা পূৰণ কৰিব পৰাকৈ—১০ ২০ বছৰৰ ভিতৰত উন্নত হোৱা অৱস্থাৰ লগত খাপ খোৱাকৈ—কৰ্মী প্ৰশিক্ষণ দিয়াটো প্ৰয়োজন।

ইউ এচ্ এচ্ আৰত নিবনুৱা সমস্যাৰ বিলুপ্তিকৰণৰ পৰা দেখা যায় যে জন-সাধাৰণৰ কাৰণে চাকৰীৰ ব্যৱস্থা কৰাটো জাতীয় পৰিকল্পনাৰ লগত ঘনিষ্ঠভাৱে জড়িত। প্ৰথম পাঁচ-বছৰীয়া পৰিকল্পনা পৰিপূৰণৰ কালছোৱাতেই যে নিবনুৱা সমস্যা দূৰীকৰণ হল এইটো আকস্মিক সংযোগবশতঃ হোৱা কথা নাছিল। এই বছৰবোৰৰ সমাজতান্ত্ৰিক ৰূপান্তৰ তিনিটা প্ৰধান উপাদান—শিল্পায়ন, যৌথীকৰণ আৰু সাংস্কৃতিক বিপ্লৱ—একেলগ হৈ এক আশ্চৰ্য্যজনক দ্ৰুত গতিৰে কৰ্মহীনতাৰ অৱসান ঘটাইছিল। এইটো সম্ভৱপৰ হৈছিল, কাৰণ প্ৰতিটো উপাদানেই প্ৰতি-নিধিত্ব কৰিছিল কেৱল এক অৰ্থনৈতিক সংস্কাৰেই নহয়, আনকি এক মৌলিক সামাজিক-অৰ্থনৈতিক বিপ্লৱী সংস্কাৰো। সেইবিলাক একেলগ হৈ সমাজৰ শ্ৰেণী গাঁথনি মূলগতভাৱে পৰিৱৰ্তন কৰিছিল আৰু সমাজতান্ত্ৰিক উৎপাদন পদ্ধতিৰ সম্পূৰ্ণ বিজয়ৰ কাৰণে ভিত্তি স্থাপন কৰিছিল। এই দৃষ্টিকোণৰ পৰা আমি কব পাৰো যে কৰ্মহীনতাৰ বিলুপ্তিকৰণ আছিল সমাজতন্ত্ৰৰ পূৰ্ণ-পৰ্য্যায় অভিযানৰ এক স্বাভাৱিক পৰিণতি। দেশে এই সাফল্য লাভ কৰিছিল ১৯৩৬ চনৰ সংবিধানত সমাজতান্ত্ৰিক সমাজ লিপিবদ্ধ হোৱাৰ আনকি আগতেই।

# শ্ৰমৰ সাৰ্বজনীনতা

সমাজতান্ত্ৰিক সমাজত উৎপাদনৰ উপকৰণবিলাকৰ ৰাজহুৱা মালিকানাই সমাজৰ সকলো সদস্যৰ **পূৰ্ণ অৰ্থনৈতিক সমতাৰ** নিশ্চয়তা দিয়ে, সামাজিক উৎপাদনত, মানুহৰ জীৱন আৰু কাৰ্যকলাপৰ কাৰণে, সমাজৰ কল্যাণৰ কাৰণে অপৰিহাৰ্য্য সুযোগ সৃষ্টি কৰাত মানুহৰ শ্ৰমৰ দ্বাৰা অংশগ্ৰহণ কৰাটো ই **সকলোৰে কাৰণে কৰ্তব্য** কৰি তোলে।

ইউ এচ্ এচ্ আৰৰ ১৯৩৬ চনৰ সংবিধানে প্ৰতিজন নাগৰিকক কামৰ অধিকাৰৰ নিশ্চয়তা দিছে, অৰ্থাৎ এটা চাকৰি পোৱাৰ আৰু কৰা কামৰ পৰিমাণ আৰু গুণ অনুসৰি বেতন পোৱাৰ অধিকাৰ দান কৰিছে। ইউ এচ্ এচ্ আৰৰ ১৯৭৭ চনৰ সংবিধানে, উন্নত সমাজতন্ত্ৰৰ সাফল্যবোৰ প্ৰতিফলিত কৰি, কামৰ ক্ষেত্ৰত সমাজৰ প্ৰতিজন সদস্যৰ অধিকাৰ আৰু কৰ্তব্যক আৰু অধিক অৰ্থবহ কৰি তুলিছে। বৰ্তমান সংবিধানে ছোভিয়েত নাগৰিকক **নিজৰ বৃত্তি অথবা ব্যৱসায় মুক্তভাৱে বাচি লোৱাৰ** অধিকাৰ প্ৰদান কৰিছে। কামৰ অধিকাৰ হ'ল ব্যক্তিৰ অন্যতম অতি গুৰুত্বপূৰ্ণ সামাজিক অধিকাৰ আৰু সমাজতন্ত্ৰৰ এক বিৰাট সাফল্য। ইয়াক সুনিশ্চিত কৰা হয় সমাজতান্ত্ৰিক অৰ্থনৈতিক ব্যৱস্থাৰ দ্বাৰা, বিনামূলীয়া বৃত্তিগত আৰু ব্যৱসায়গত প্ৰশিক্ষণৰ দ্বাৰা, নিজৰ নিপুণতা বঢ়োৱাৰ সুযোগৰ দ্বাৰা আৰু বৃত্তিগত পৰামৰ্শ আৰু চাকৰিত স্থাপনৰ এক ব্যৱস্থাৰ বিকাশৰ দ্বাৰা।

নিচেই কম বয়সৰ পৰাই প্ৰতিজন ছোভিয়েত নাগৰিকক কামৰ প্ৰতি সন্মান জনাবলৈ আৰু সমাজৰ মঙ্গলৰ কাৰণে কাম কৰাৰ প্ৰয়োজনীয়তাৰ প্ৰতি সচেতন থাকিবলৈ শিক্ষা দিয়া হয়।

ছোভিয়েত সংবিধানৰ এটা ধাৰাৰ যোগেদি শিশু শ্ৰম নিষিদ্ধ কৰা হৈছে। সকলো ধৰণৰ ৰঘুমলা জাতীয় ৰূপো সমাজতন্ত্ৰৰ লগত সমানে সঙ্গতিবিহীন। স্কুলীয়া শিক্ষা সাং কৰাৰ পিছত, কামৰ বয়স হোৱা এজন যুৱকে কেৱল সাধাৰণ শিক্ষাই নহয়, আনকি বাচি লোৱা বৃত্তিত শ্ৰম নৈপুণ্যও পাব লাগিব। তেওঁক এজন বিবেকী

শ্ৰমিক হিচাপেও প্ৰস্তুত কৰিব লাগিব, যিজনে উদ্যোগ প্ৰদৰ্শন কৰে, বিবেকপূৰ্ণভাৱে শ্ৰম শৃংখলা পালন কৰে আৰু সংভাৱে তেওঁৰ কৰ্তব্য পালন কৰে।

১৯৮৪ চনত সাধাৰণ আৰু বৃত্তিগত স্কুলৰ সংস্কাৰৰ কাৰণে নিৰ্দেশিকাবিলাক ইউ এছ এছ আৰে গ্ৰহণ কৰিছিল। এইবিলাক গ্ৰহণ কৰাৰ আগতে সংবাদপত্ৰত ব্যাপকভাৱে আলোচনা-কৰা হৈছিল। নতুন সংস্কাৰবিলাকৰ লক্ষ্য সম্পৰ্কে ইউ এছ এছ আৰৰ জন শিক্ষাৰ মন্ত্ৰীয়ে কৈছিল: "জাতীয় অৰ্থনীতিৰ সকলো শাখাক বৈজ্ঞানিক আৰু প্ৰযুক্তিগতভাৱে অত্যন্ত অগ্ৰসৰ কৰিবলৈ, উৎপাদনৰ ব্যাপক পৰিসৰৰ স্বয়ংক্ৰিয়তা সাধন কৰিবলৈ, শ্ৰম উৎপাদিকাৰ এক মৌলিক বৃদ্ধি সুনিশ্চিত কৰিবলৈ আৰু বিশ্বৰ উচ্চতম মানৰ লগত যেৰ মাৰিব পৰাকৈ উৎপন্ন বস্তুৰ নিশ্চয়তা অনাৰ কাৰণে আমি পৰিকল্পনা কৰিছো। ইয়াৰ কাৰণে আমাৰ প্ৰয়োজন স্বতন্ত্ৰ সিদ্ধান্ত গ্ৰহণ কৰিবলৈ সক্ষম আৰু শ্ৰমৰ এক উচ্চ মান বিশিষ্ট, উচ্চ শিক্ষিত মানুহৰ ..."

প্ৰতিজন মানুহক অধ্যয়ন কৰাৰ, তেওঁৰ সামৰ্থ্যবোৰৰ বিকাশ সাধন কৰাৰ, তেওঁৰ বৃত্তিগত প্ৰৱণতা আৱিস্কাৰ কৰাৰ আৰু বৃত্তিগত নিপুণতা লাভ কৰাৰ কাৰণে সুযোগ দিয়াৰ নিমিত্তে সমাজতান্ত্ৰিক সমাজ আগ্ৰহশীল। ই স্বয়ং সমাজৰেই প্ৰগতি নিৰ্ণয় কৰে।

## জাতীয় অৰ্থনীতিৰ কাৰণে কৰ্মী

ইউ এছ এছ আৰত জাতীয় অৰ্থনীতিৰ কাৰণে দক্ষ শ্ৰমিকসকলৰ প্ৰশিক্ষণ সকলো সময়তেই ৰাষ্ট্ৰৰ এক প্ৰধান কৰ্তব্য বুলি বিবেচনা কৰা হয়। ১৯২০ চনৰ জানুৱাৰী মাহত শিক্ষা বিভাগৰ গণ কমিছাৰেটৰ অধীনত বৃত্তিগত প্ৰশিক্ষণৰ কাৰণে এটা কমিটি স্থাপন সম্পৰ্কে এখন বিধানত লেনিনে স্বাক্ষৰ দান কৰিছিল। ১৯২২-১৯২৩ৰ স্কুলীয়া বছৰত, কাৰখানা প্ৰশিক্ষণ বিদ্যালয়বিলাকত ২৪৬,০০০ জন ছাত্ৰ আছিল ; দহ বছৰৰ পিছত তেওঁলোকৰ সংখ্যা হৈছিল প্ৰায় এক নিযুত।

প্ৰথম পাঁচ বছৰীয়া পৰিকল্পনাৰ সম্পূৰ্ণকৰণে ইউ এছ এছ আৰক বিশ্ব শিল্পোৎপাদনত দ্বিতীয় স্থানলৈ আনিছিল। ঔদ্যোগিক কাৰখানাবিলাকৰ কাৰিকৰী পুনৰসজ্জা আৰু শিল্পৰ নতুন নতুন শাখা সৃষ্টিৰ কাৰণে প্ৰয়োজন হৈছিল কৰ্মী প্ৰশিক্ষণৰ ব্যৱস্থাত পৰিৱৰ্তন।

১৯৪০ চনত জন শক্তি সঞ্চয়ৰ এটা ৰাষ্ট্ৰীয় ব্যৱস্থা দেশত সংগঠিত কৰা হৈছিল। শিল্পৰ কাৰণে দক্ষ শ্ৰমিকসকলক কাৰখানা প্ৰশিক্ষণ আৰু বৃত্তি বিদ্যালয়ত প্ৰশিক্ষণ

দিয়া হৈছিল। অধ্যয়নৰ কাল দীঘলীয়া কৰা হৈছিল আৰু ছাত্ৰসকলৰ পৰা উচ্চতৰ দাবী কৰা হৈছিল। এই শিক্ষা প্ৰতিষ্ঠানবিলাকৰ পৰা প্ৰথম দল ছাত্ৰ স্নাতক হৈছিল ১৯৪১ চনৰ বসন্ত কালত, নাৎছী জাৰ্মানীৰ বিৰুদ্ধে ছোভিয়েত জনগণৰ মহান দেশ-প্ৰেমিক যুদ্ধৰ প্ৰাক্-কালত।

যুদ্ধই কৰ্মী প্ৰশিক্ষণত পৰিবৰ্তন সাধন নকৰাকৈ থকা নাছিল। অধ্যয়নৰ কাল হ্ৰাস কৰা হৈছিল। তত্ত্বগত পাঠ আৰু পৰীক্ষা প্ৰায়েই বাতিল কৰা হৈছিল। কৰ্মস্থলীত প্ৰশিক্ষণ দিয়া শিক্ষকসকলে সেনাবাহিনীত যোগ দিছিল আৰু তেওঁলোকৰ স্থান গ্ৰহণ কৰিছিল অধিক সমৰ্থবান স্নাতকসকলে। তথাপি জনশক্তি সঞ্চয়ৰ ৰাষ্ট্ৰীয় ব্যৱস্থা অব্যাহত আছিল। ১৯৪০ চনৰ পৰা দেশপ্ৰেমিক যুদ্ধৰ শেষলৈকে (১৯৪৫), ২.৫ নিযুত দক্ষ যুৱ শ্ৰমিকক প্ৰশিক্ষণ দিয়া হৈছিল আৰু এই ব্যৱস্থাধীনত ঔদ্যোগিক কামত স্থাপিত কৰা হৈছিল।

ইউ এছ এছ আৰত কৰ্মী প্ৰশিক্ষণৰ ব্যৱস্থাটো সকলো সময়তে পৰিকল্পনা অনুসৰি বিকশিত হৈছে আৰু সময়ৰ চাহিদা অনুসৰি পৰিৱৰ্তন আৰু উন্নত কৰা হয়। উদাহৰণ স্বৰূপে, প্ৰথম যুদ্ধোত্তৰ বছৰটোত, কয়লা, খনি, ধাতু শোধন আৰু আন ভালেমান শিল্পত শ্ৰমিকৰ নাটনি পৰিছিল। এবছৰৰ ভিতৰত কয়লা শিল্পৰ কাৰণে প্ৰশিক্ষণ পোৱা বিশেষজ্ঞৰ সংখ্যা চাৰিগুণ বৃদ্ধি পাইছিল আৰু ধাতু শোধন শিল্পৰ ক্ষেত্ৰত বাঢ়িছিল প্ৰায় দুগুণ।

বৈজ্ঞানিক আৰু প্ৰযুক্তিগত প্ৰগতিয়ে নিজৰ অৱস্থা নিৰ্দেশিত কৰিছিল শ্ৰমিকসকলৰ কাৰণে অধ্যয়নৰ কাল দীঘলীয়া কৰা হৈছিল, তেওঁলোকৰ ওপৰত অধিকতৰ শিক্ষাগত চাহিদা দাবী কৰা হৈছিল আৰু বিদ্যালয়সমূহৰ বৃত্তিগত আৰু ব্যৱসায়গত অভিমুখৰ পৰিৱৰ্তন সাধন কৰা হৈছিল।

বৰ্তমানে মাধ্যমিক স্কুলৰ কমেও আঠোটা শ্ৰেণী সম্পূৰ্ণ কৰা ছাত্ৰ-ছাত্ৰীকহে বৃত্তিগত স্কুলবিলাকত ভৰ্তি কৰা হয়। ইয়াত তেওঁলোকে কেৱল এটা বৃত্তিহে শিকে এনে নহয়, আনকি সাধাৰণ মাধ্যমিক শিক্ষাও লাভ কৰে। ১৯৭৫ চনত ইউ এছ এছ আৰত এইটো সকলো ডেকাৰ কাৰণে বাধ্যতামূলক কৰা হৈছিল। বৃত্তিগত স্কুলৰ পৰা কৃষি আৰু শিল্পৰ কাৰণে দক্ষ শ্ৰমিক স্নাতক হয়। এই স্কুলবিলাকৰ স্নাতকসকল আৰু আন সকলোবোৰ বিশেষীকৃত শিক্ষানুষ্ঠানৰ স্নাতকসকলক তেওঁ-লোকৰ নিজ নিজ ক্ষেত্ৰত চাকৰীৰ নিশ্চয়তা দিয়া হয়।

কামৰ ঠাইতে ( শ্ৰমিকসকলৰ দলত, উদ্যোগে সংগঠিত কৰা অগ্ৰসৰ পাঠ্য-ক্ৰমত ) দক্ষ শ্ৰমিকসকলৰ প্ৰশিক্ষণৰ ব্যৱস্থাটো উন্নত আৰু সম্প্ৰসাৰিত কৰা হৈছে।

শ্রমিকসকলৰ দক্ষতা উন্নত কৰাৰ কাৰণে স্কুলত, অৰ্থনৈতিক স্কুলত, বিভিন্ন পাঠ্যক্ৰমত কাৰিকৰী-অৰ্থনৈতিক বিশ্ববিদ্যালয়ত আৰু সান্ধ্য আৰু পত্ৰ-বিনিময় বিশেষীকৃত মাধ্যমিক বিদ্যালয় আৰু মহাবিদ্যালয়তো শ্ৰমিকসকলে জ্ঞান অৰ্জন কৰে।

ইউ এচ্ এচ্ আৰত নিয়োগৰ বৃদ্ধিৰ লগে লগে আহে শ্ৰমজীৱী জনসাধাৰণৰ সামাজিক আৰু শ্ৰেণী গঠনতো পৰিবৰ্তন। মহান দেশপ্ৰেমিক যুদ্ধৰ আৰম্ভণীৰ আগতে বৈষয়িক উৎপাদনত কৰ্মীবাহিনীৰ আধাৰো বেছি আছিল যৌথ পামৰ কৃষক ; প্ৰতি তিনিজন ঔদ্যোগিক, অফিচ আৰু ব্যৱসায়গত শ্ৰমিকৰ তুলনাত আছিল চাৰিজন যৌথ পামৰ কৃষক। ১৯৮০-ৰ দশকত ঔদ্যোগিক, অফিচ আৰু বৃত্তিগত শ্ৰমিকসকলেই আছিল বৈষয়িক উৎপাদনৰ শাখাবোৰত নিয়োজিত কৰ্মীৰ বিপুল সংখ্যাধিক অংশ : প্ৰতি নজন ঔদ্যোগিক, অফিচ আৰু ব্যৱসায়গত শ্ৰমিকৰ সংখ্যাৰ তুলনাত, যৌথ পামৰ কৃষকৰ সংখ্যা আছিল মাত্ৰ এজন। ১৯৪০ চনত ঔদ্যোগিক, অফিচ আৰু ব্যৱসায়গত শ্ৰমিকৰ মুঠ সংখ্যা আছিল প্ৰায় ৪০ নিযুত, ১৯৮৫ চনত এই সংখ্যা হয়গৈ ১১৭.৫ নিযুত।

শ্ৰমজীৱী নাৰীৰ সংখ্যা লক্ষণীয়ভাৱে বৃদ্ধি পাইছিল। ১৯২০ চনত তেওঁলোক হৈছিল সকলো ঔদ্যোগিক, অফিচ আৰু ব্যৱসায়গত শ্ৰমিকৰ ৩৯ শতাংশ, ১৯৮৪ চনত ৫১ শতাংশ। নাৰী শ্ৰমিকৰ সংখ্যা হল বাণিজ্য আৰু ৰাজহুৱা ভোজনাগাৰবিলাকৰ মুঠ কৰ্মচাৰীৰ ৮৩ শতাংশ, ৰাজহুৱা স্বাস্থ্য সেৱা আৰু সামাজিক নিৰাপত্তাত ৮২ শতাংশ আৰু জনশিক্ষা ব্যৱস্থাত ৭৫ শতাংশ।

সামাজিকভাৱে প্ৰয়োজনীয় শ্ৰমত নাৰীৰ অংশ গ্ৰহণ হ'ল ইউ এচ্ এচ্ আৰত নিয়োগৰ স্তৰ নিৰ্ধাৰণ কৰা অন্যতম প্ৰধান উপাদান। ঐতিহাসিকভাৱে, সৰ্বক্ষণ অধ্যয়নত লিপ্ত থকা সকলৰ বাহিৰে সমস্ত সক্ষম দেহৰ মানুহে সদায় কাম কৰে। নাৰীৰ ক্ষেত্ৰত আগতে পৰিস্থিতি সম্পূৰ্ণৰূপে বেলেগ আছিল। তেওঁলোকৰ বহুতেই কেৱল ঘৰ পালন আৰু শিশু পালনতে লিপ্ত আছিল, সামাজিক উৎপাদনত অংশ গ্ৰহণ কৰা নাছিল।

বিপ্লৱৰ পিছত নাৰীৰ জীৱনত এক মৌলিক পৰিবৰ্তন ঘটিছিল। এই পৰিবৰ্তনবিলাক আহিছিল প্ৰধানতঃ এই কাৰণেই যে নাৰীসকলে এতিয়া সমাজত এক নতুন মৰ্য্যাদা লাভ কৰিছে। সংবিধানে নিশ্চয়তা দিয়া নাৰীৰ সমানাধিকাৰে এক বৃত্তি অথবা ব্যৱসায় বাছনিত নাৰীৰ কাৰণে ব্যাপক সুযোগ সুনিশ্চিত কৰে। ইউ এচ্ এচ্ আৰত পুৰুষ আৰু নাৰীয়ে সমান কামৰ কাৰণে সমান বেতন পায়। শ্ৰমজীৱী নাৰীৰ অৱস্থা উন্নয়ন সম্পৰ্কত ৰাষ্ট্ৰই নিজেই ব্যাগ্ৰতা প্ৰকাশ কৰে ; কামত

থাকোতে সন্তানক চাবলৈ যদি নাৰীৰ কোনো নাথাকে, তেনেহলে সেই সন্তানক ক্ৰেচ অথবা কিণ্ডাৰগাৰ্টেনত যতন লোৱা হয়, অথবা সন্তান যদি ডাঙৰ হয় তেনেহলে বৰ্ধিত-দিবস স্কুলত। স্কুলীয়া লৰা ছোৱালীয়ে তেওঁলোকৰ গৰমৰ ছুটী কটায় স্বাস্থ্য শিবিৰত। লৰা-ছোৱালীৰ বাবে মাক নিশ্চিন্ত থাকে; তেওঁলোকে জানে যে তেওঁলোকক ভালকৈ যতন লোৱা আৰু খাবলৈ দিয়া হয়, তেওঁলোকে প্ৰয়োজনীয় চিকিৎসা সেৱা পায় আৰু তেওঁলোকক পুতলা, পাঠ্য পুথি আৰু অন্যান্য কিতাপ, অৰ্থাৎ তেওঁলোকৰ প্ৰয়োজনীয় সকলো বস্তু দিয়া হয়। শ্ৰমজীৱী নাৰীক ঘৰুৱা জঞ্জালৰ পৰা ৰেহাই দিয়াৰ ক্ষেত্ৰত ৰাজহুৱা সেৱা দোকানবিলাকেও সহায় কৰে।

এক কথাত কবলৈ গলে, সামাজিক অৱস্থাবিলাকৰ উন্নয়নে জাতীয় অৰ্থনীতিত এক বৃহৎ সংখ্যক নাৰীক জড়িত কৰি পেলাইছে। ইউ এছ এছ আৰত নিয়োগৰ স্তৰত দ্ৰুত বৃদ্ধি হৈছিল কেৱল চহৰৰ জনসংখ্যাৰ স্বাভাৱিক বৃদ্ধি আৰু গাওঁবাসী সকলৰ চহৰলৈ আগমনৰ কাৰণেই নহয়, আৰ্থিক নাৰী শ্ৰম বাহিনীৰ দ্ৰুত বৃদ্ধিও ইয়াৰ অন্যতম কাৰণ।

এতিয়া ছোভিয়েত ইউনিয়নে নিয়োগৰ এক সম্পূৰ্ণ পৃথক সমস্যাৰ সন্মুখীন হৈছে। দেশৰ জনসংখ্যা সম্পৰ্কীয় অৱস্থা এনে যে পৰৱৰ্তী দশক অথবা তেনে সময়, অন্ততঃ বৰ্তমান শতিকাৰ শেষলৈকে, কামৰ বয়স হোৱা মানুহৰ সংখ্যাৰ বৃদ্ধি হ্ৰাস হৈ যাব। এইটো হল দুটা প্ৰধান উপাদানৰ কাৰণে। প্ৰথমতে, ১৯৭০ৰ দশকৰ শেষ ভাগৰ পৰা জনশক্তি সম্পদত যোগ হৈছে ১৯৬০ৰ দশকত জন্ম হোৱা লৰা আৰু ছোৱালীৰ সৈতে, অৰ্থাৎ যুদ্ধৰ কালছোৱাত জন্ম হোৱা পিতৃ মাতৃৰ সন্তান-সন্ততিৰ সৈতে আৰু সেই কালছোৱাত জন্মহাৰ আছিল নিম্ন। এই উপাদানটোৰ ফল বিশেষ ৰূপে স্পষ্ট হৈ পৰিছিল ১৯৮০ৰ দশকৰ মাজভাগত। দ্বিতীয়তে, উচ্চতম জন্ম-হাৰৰ কালছোৱাৰ (১৯২৫ ১৯৩০) পুৰুষটোৰ পেঞ্চনৰ বয়স চমু চাপি আহিছে।

কৰ্মীৰ নাটনিয়ে অৰ্থনীতিৰ কাম কাজৰ ওপৰত বিৰূপ ক্ৰিয়া প্ৰকাশ কৰিছে। গতিকে, বৈজ্ঞানিক আৰু প্ৰযুক্তিগত অগ্ৰগতিৰ বেগ বৃদ্ধি কৰাৰ কাৰণে আৰু উৎপাদন তীব্ৰ কৰাৰ নিমিত্তে এক ৰণনীতিগত লক্ষ্য নিৰ্দ্ধাৰণ কৰা হৈছে। এনেবিলাক অৱস্থাত অৰ্থনৈতিক বিকাশ তীব্ৰ কৰি তোলা, সঠিক পৰিকল্পনা আৰু জনশক্তিৰ যুক্তিযুক্ত বিতৰণ বিশেষৰূপে গুৰুত্বপূৰ্ণ হৈ পৰিছে।

## শ্ৰম বাজেট

**পৰিকল্পিত অৰ্থনৈতিক ব্যৱস্থাপনা হল সমাজতান্ত্ৰিক ব্যৱস্থাৰ অন্যতম প্ৰধান**

সুবিধা। অর্থনৈতিক বিকাশৰ সমস্যাবিলাক অধ্যয়ন কৰোতে ইউ এছ্‌ এছ আৰৰ কেন্দ্ৰীয় পৰিকল্পনা সন্থাই গৱেষণা সংগঠনবিলাকৰ সৈতে লগ লাগি সামাজিক উৎপাদনৰ বিকাশ আৰু জনসাধাৰণৰ জীৱন যাত্ৰাৰ মনোন্নয়নৰ পথবিলাক কেবাবছৰৰ কাৰণে আগতীয়াকৈ নিৰ্দ্ধাৰণ কৰে।

জাতীয় অৰ্থনীতিৰ বিকাশৰ পাঁচ-বছৰীয়া পৰিকল্পনাবিলাকে প্ৰতিজন প্ৰাপ্ত বয়স্কৰ প্ৰধান চাহিদাবিলাকৰ অন্যতম চাহিদা—কামৰ চাহিদা পূৰণ কৰে।

শ্ৰম সংগঠনত বাজেট পদ্ধতি বহুদিন ধৰি ব্যৱহাৰ কৰি অহা হৈছে। অৰ্থনৈতিক পৰিকল্পনা ৰচনা কৰোতে, জাতীয়ৰ পৰা স্থানীয়লৈকে, সকলো স্তৰৰ পৰিকল্পনা সংগঠনবিলাকে শ্ৰম বাজেট ৰচনা কৰে। এই প্ৰতিখন বাজেটক দুটা অংশত ভাগ কৰা হয়। এটা অংশই বিভিন্ন বিশেষ বিষয় আৰু নিপুণতাৰ শ্ৰমিকৰ কাৰণে অৰ্থনীতিৰ চাহিদাৰ বিতং তালিকা প্ৰস্তুত কৰে আৰু এই চাহিদা থাকিব পৰা কালৰ ইঙ্গিত দিয়ে। আনটো অংশই শ্ৰম বাহিনী বৃদ্ধি কৰা উৎসবিলাকৰ চমু বিৱৰণী তৈয়াৰ কৰে আৰু জনশক্তি সম্পদ প্ৰত্যাহাৰৰ বিষয়টোৰ মূল্যায়ন কৰে। জাতীয় অৰ্থনৈতিক প্ৰয়োজনীয় কৰ্মী যোগান ধৰি ৰক্ষা কৰাৰ কাৰণে শ্ৰম বাজেটৰ দুয়োটা অংশ ভাৰসাম্যপূৰ্ণ হোৱাটো প্ৰয়োজন।

এনে এক ভাৰসাম্যতা লাভ কৰাৰ কাৰণে ব্যৱস্থাবিলাকৰ এক বিশেষ প্ৰণালী ৰচনা কৰা হৈছে। শ্ৰম বাজেটৰ পৰা যদি দেখা যায় যে কোনো কোনো ক্ষেত্ৰত কৰ্মীৰ নাটনিয়ে অৰ্থনৈতিক উন্নয়ন পৰিকল্পনাৰ লক্ষ্য লাভ কৰাটো অসম্ভৱ কৰি তোলে, তেতিয়া ৰাষ্ট্ৰই শিক্ষামূলক প্ৰতিষ্ঠানৰ জালখন সম্প্ৰসাৰণ কৰে। এই প্ৰতিষ্ঠানবিলাকে এনে কৰ্মীক প্ৰশিক্ষণ দিয়ে আৰু সেইবিলাকত ছাত্ৰ ভৰ্তি বৃদ্ধি কৰে। ইয়াৰ উপৰি, কোনো এক শিল্পই উৎপাদনৰ যান্ত্ৰিক আৰু স্বয়ংক্ৰিয় পদ্ধতিৰ ব্যৱহাৰ ব্যাপকতৰ কৰাৰ আঁচনি লয় আৰু শ্ৰম উৎপাদিকা বৃদ্ধি কৰে, অৰ্থাৎ কম সংখ্যক শ্ৰমিকক লৈয়ে পৰিকল্পনাৰ লক্ষ্য লাভ কৰাৰ বাবে ব্যৱস্থাবিলাক গ্ৰহণ কৰা হয়।

যদি শ্ৰম বাজেটৰ পৰা দেখা যায় যে দেশৰ কোনো কোনো অৰ্থনৈতিক শাখাত, অথবা কোনো কোনো খণ্ডত জনশক্তি উদ্বৃত্ত হোৱাৰ সম্ভাৱনা থাকে, তেতিয়া সম্পূৰ্ণৰূপে পৃথক ব্যৱস্থা গ্ৰহণ কৰাৰ প্ৰয়োজন হয়, শ্ৰমৰ নাটনি থকা শাখা অথবা খণ্ডলৈ শ্ৰম সম্পদৰ এক সংগঠিত স্থানান্তৰ, কৰ্মীৰ বৃত্তিগত প্ৰশিক্ষণ; উদ্বৃত্ত শ্ৰম বাহিনী থকা অঞ্চলত নতুন উদ্যোগ নিৰ্মাণ ইত্যাদি। এক কথাত কবলৈ গলে, জনসম্পদবোৰ নগৰ আৰু গাৱঁৰ মাজত, বৃহৎ চহৰ আৰু ক্ষুদ্ৰ নগৰৰ মাজত, দেশৰ

বিভিন্ন খণ্ডৰ মাজত এনেভাৱে বিতৰণ কৰিব লাগিব, যাতে ই জাতীয় অৰ্থনীতিৰ কাৰণে আটাইতকৈ উপকাৰী হয়।

জনশক্তিৰ পৰিকল্পিত বিতৰণৰ সময়ত সাধাৰণ জীৱনৰ কাৰণে সকলোবিলাক অৱস্থাৰ ব্যৱস্থা কৰা আৰু মানুহৰ চাহিদাবিলাক পূৰণ কৰাৰ লগত জড়িত অসংখ্য উপাদানৰ কথা বিবেচনা কৰাটো প্ৰয়োজন। কাকতত শ্ৰম সম্পদবিলাক সঠিকভাৱে হিচাব আৰু নিভৰযোগ্যভাৱে ভাৰসাম্যতা ৰক্ষা কৰিব পৰা যায়: কিন্তু জড়িত থকা বহুত মানৱীয় উপাদান আগতে লক্ষ্য কৰাটো বৰ বেছি জটিল। এজন মানুহৰ কামেই সযত্নে বিশদীকৃত আঁচনি ব্যৰ্থ কৰিব পাৰে। তেওঁ কোনো এটা উদ্যোগ এৰি থৈ যাব পাৰে, কাৰণ ইয়াৰ কামৰ অৱস্থাত তেওঁ সন্তুষ্ট নহয়, অথবা তেওঁ এটা নতুন বৃত্তি শিকিব খোজে, অথবা ব্যক্তিগত কাৰণবশতঃ। উদাহৰণ স্বৰূপে, এটা বস্ত্ৰ শিল্পৰ নিৰ্মাণত প্ৰধানতঃ যুৱতী শ্ৰমজীৱী নাৰীৰ বিৰাট সংখ্যকক নতুনকৈ ভৰ্তি কৰিব লগীয়া হয়। ইয়াৰ কাৰণে যদি সেই অঞ্চলত যুৱক আৰু যুৱতীৰ মাজত অনুপাতত অসমানুপাত সৃষ্টি হয়, তেনেহ'লে মিলটোৰ সদায়েই শ্ৰমিকৰ নাটনি থাকিব: এনে এক পৰিস্থিতিত যুৱতী বস্ত্ৰশিল্প শ্ৰমিকে বিয়া কৰোৱা আৰু এটা পৰিয়াল গঠন কৰাটো কঠিন হৈ পৰিব, গতিকেই কৰ্মীৰ অতি বেছি অহা-যোৱা চলিব।

ছোভিয়েত ইউনিয়ন হল এক প্ৰকাণ্ড দেশ, ইয়াৰ ভূখণ্ডৰ ভিতৰত আছে ইউৰোপৰ আধা ভাগ আৰু এচিয়াৰ এক বৃহৎ অংশ। ইয়াত ১০০তকৈ অধিক জাতি আৰু উপজাতি বসবাস কৰে, তেওঁলোকৰ পৰম্পৰা, ৰীতিনীতি আৰু জনসংখ্যাগত লক্ষণবিলাক পৃথক পৃথক। উদাহৰণ স্বৰূপে, ছোভিয়েত প্ৰজাতন্ত্ৰ বিলাকৰ স্বাভাৱিক জনসংখ্যা বৃদ্ধিৰ হাৰ পৃথক পৃথক। ১৯৮০ৰ দশকত, দেশৰ সক্ষম দেহী জনসংখ্যাৰ প্ৰায় সমগ্ৰ বৃদ্ধি হৈছে মধ্য এচিয়া আৰু ট্ৰান্সককেছীয় প্ৰজাতন্ত্ৰ বিলাকত, কাজাক আৰু মলদাভীয় এছ এছ আৰত। এইদৰে, লাতভিয়া এছ এছ আৰত (বাল্টিক খণ্ডত) জনসংখ্যা বৃদ্ধি হাৰ সম্প্ৰতি মাত্ৰ ০·১ শতাংশ, আনহাতে তাজিক এছ এছ আৰত (মধ্য এচিয়া) এইটো হল ২·৯ শতাংশ। এই কাৰণেই, অৱধাৰিতৰূপে আমাৰ আছে এনে কিছুমান অঞ্চল য'ত শ্ৰমবাহিনী উদ্বৃত্ত হয় আৰু য'ত চাকৰি সৃষ্টি কৰিব লাগিব।

ইয়াৰ অৰ্থ এইনেকি যে সকলো উদ্বৃত্ত শ্ৰমিকক ততালিকেই শ্ৰমিকৰ নাটনি পৰা অঞ্চলবিলাকলৈ স্থানান্তৰ কৰিব লাগিব? নিশ্চয় নহয়। সংস্থাবিলাক

ইঠাইৰ পৰা সিঠাইলৈ নিব পাৰি, পুঁজি বিনিয়োগৰ পুনৰ্বণ্টন কৰিব পৰা যায়, কিন্তু মানুহ এঠাইৰ পৰা আন এঠাইলৈ স্থানান্তৰ কৰাটো মুঠেই সহজ নহয়।

এই ক্ষেত্ৰত বহুখিনি নিৰ্ভৰ কৰে জনসাধাৰণৰ সামাজিক সঞ্চালতাৰ ওপৰত, অৰ্থাৎ উৎপাদনৰ পৰিবৰ্তিত চাহিদাৰ লগত নিজক খাপ খুৱাবলৈ মানুহৰ সামৰ্থ্যৰ ওপৰত। নিজৰ জন্ম ঠাই এৰি যাবলৈ স্বেচ্ছায় মান্তি হোৱা মানুহ পোৱাটো বিৰল। গতিকে, নিয়োগৰ পৰিকল্পনা কৰোতে এই সমস্যাটো সমাধান কৰাৰ ক্ষেত্ৰত দুটা প্ৰধান উপায় ব্যৱহাৰ কৰা হয়:

—তীব্ৰ শ্ৰম নাটনি হোৱা অঞ্চলবিলাকলৈ প্ৰধানতঃ ডেকাসকলক স্বেচ্ছামূলক ভিত্তিত স্থানান্তৰ, নতুন প্ৰধান নিৰ্মাণ প্ৰকল্পবোৰলৈ মানুহ আকৃষ্ট কৰা (বৈকাল-আমুৰ ৰেলপথ, উৰাল, ছাইবেৰিয়া আৰু ছোভিয়েত দূৰ প্ৰাচ্যত নতুন আঞ্চলিক-উৎপাদন প্ৰকল্পবোৰ), দেশৰ বৈজ্ঞানিক, প্ৰযুক্তিগত আৰু সামাজিক-অৰ্থনৈতিক বিকাশৰ কাৰণে অপৰিহাৰ্য্য ক্ষেত্ৰবিলাকত বিশেষজ্ঞসকলক থলীতে প্ৰশিক্ষণ দিয়া,

—উদ্বৃত্ত শ্ৰমিক থকা অঞ্চলবোৰত পুঁজিৰ বিনিয়োগ বৃদ্ধি কৰা আৰু নতুন উদ্যোগ, বিশেষকৈ শ্ৰম-তীব্ৰ প্ৰযুক্তিযুক্ত উদ্যোগ নিৰ্মাণৰ দ্বাৰা অতিৰিক্ত চাকৰি সৃষ্টি কৰা। এই সূত্ৰ অনুসৰি, স্বতন্ত্ৰ উদ্যোগবিলাকৰ উপৰিও, দেশৰ পুৰণি অৰ্থনৈতিক কেন্দ্ৰবোৰত অৱস্থিত উদ্যোগবোৰৰ উৎপাদন সমিতিবিলাকৰ শাখাবোৰ উদ্বৃত্ত শ্ৰমিক থকা অঞ্চলবোৰত নিৰ্মাণ কৰা হয়।

অৰ্থনৈতিক উন্নয়নৰ কাম চলি থকা ঠাইবোৰলৈ (ছাইবেৰিয়া, ছোভিয়েত দূৰ প্ৰাচ্য) জনশক্তিৰ স্থানান্তৰৰ লগত বহু অসুবিধা জড়িত থাকে। এই অঞ্চলবিলাক কঠোৰ প্ৰাকৃতিক অৱস্থাৰ কাৰণে জনাজাত, তাৰোপৰি দৈনন্দিন সেৱাসমূহৰ দুৰ্বল সংগঠনে পৰিস্থিতি অধিক জটিল কৰি তোলে। এনে ঘটনাও ঘটে যে নৱাগতসকলে দুখ-কষ্ট সহ্য কৰিব নোৱাৰা হয় আৰু তেওঁলোকৰ পুৰণি ঘৰলৈ ঘূৰি আহে। দেশৰ উত্তৰ আৰু পূব অঞ্চললৈ শ্ৰমিকসকলক আকৃষ্ট কৰাৰ কাৰণে আৰু তাতোকৈ গুৰুত্বপূৰ্ণ, তেওঁলোকক তাত ধৰি ৰখাৰ বাবে, তাৰ কামৰ আৰু জীৱন নিৰ্বাহৰ অৱস্থা উন্নত কৰাৰ নিমিত্তে ৰাষ্ট্ৰই সমগ্ৰ এলানি ব্যৱস্থা গ্ৰহণ কৰিছে: বাসস্থান, স্কুল আৰু শিশু পালন কেন্দ্ৰ নিৰ্মাণৰ বাবে ই বিপুল পৰিমাণৰ ধন বৰাদ্দ কৰে; অতিৰিক্ত বানচ আৰু সুবিধাৰ ব্যৱস্থা উন্নত কৰা হয়। এই অঞ্চলবিলাকত ভোগ্য বস্তুৰ ভাণ্ডাৰ সৃষ্টি কৰা হৈছে আৰু সেৱাসমূহ, বিশ্ৰাম আৰু অৱসৰ বিনোদনৰ সুযোগবিলাক দ্ৰুততৰ হাৰত উন্নত কৰা হৈছে।

প্ৰতিটো অঞ্চলত উৎপাদন সামৰ্থ্য বিতৰণত উল্লেখনীয় পাৰ্থক্য আছে। শ্ৰম বাহিনীৰ বৃদ্ধিৰ শ্লথ হাৰ থকা অঞ্চলবিলাকত, সূক্ষ্ম শিল্পৰ (ৰেডিঅ' ইলেকট্ৰনিক, বিদ্যুৎ ইঞ্জিনিয়াৰিং, সূক্ষ্ম যন্ত্ৰ নিৰ্মাণ ইত্যাদি) অগ্ৰাধিকাৰ বিকাশ দেখিবলৈ পোৱা যায়, এইবিলাকে দক্ষ শ্ৰমিকসকলৰ অভিজ্ঞতাৰ সদ্ব্যৱহাৰ কৰে আৰু এইভাৱে শ্ৰম উৎপাদিকা বৃদ্ধিত সহায় কৰে। কিন্তু, উদাহৰণস্বৰূপে, মধ্য এচিয়াৰ প্ৰজাতন্ত্ৰ বিলাকত, লঘু শিল্প আৰু খাদ্য উৎপাদনৰ বিকাশত জোৰ দিয়া হয়। এই শাখা বিলাক স্থানীয় পৰম্পৰাগত শিল্পৰ লগত বেছি ঘনিষ্ঠ আৰু এইবিলাকত কাম কৰিবলৈ স্থানীয় লোকসকল বেছি ইচ্ছুক।

দেশৰ কৃষি-ঔদ্যোগিক প্ৰকল্পবোৰৰ বিকাশৰ দ্বাৰা জনশক্তিৰ অধিক কুশলী ব্যৱহাৰ সহজ কৰি তোলা হৈছে। এই প্ৰকল্পবোৰে কৃষি শ্ৰমিকক অৰ্থনীতিৰ সংশ্লিষ্ট শাখাৰ শ্ৰমিকৰ লগত সমন্বিত কৰে। যিহেতু কৃষিৰ কাম একো একোটা ঋতুৰ লগত জড়িত, সেয়ে বিশেষকৈ কামৰ হেঁচা বেছি হোৱাৰ সময়ত কৃষি শ্ৰমিকৰ নাটনি ঘটে, আনহাতে, শীত কালত, সাধাৰণতে, শ্ৰমৰ উদ্বৃত্ত হয়। গাওঁ অঞ্চলৰ মানুহৰ কাম কম হয়, উপাৰ্জনো কম হয়। গাওঁ অঞ্চলত অথবা ওচৰৰ সৰু সুৰা নগৰত যদি পামৰ উৎপন্ন বস্তু গুদাম জাত কৰা আৰু প্ৰক্ৰিয়াৰ কাৰণে উদ্যোগ নিৰ্মাণ কৰা হয়, এনে সময়ৰ মাজৰ কালছোৱাত গাৱঁৰ শ্ৰমিকসকলক ব্যাপকৰূপে ব্যৱহাৰ কৰিব পৰা যায়।

কিন্তু এতিয়া শ্ৰম সম্পদৰ সমস্যাৰ সফল সমাধানৰ কাৰণে প্ৰধান পূৰ্বচৰ্তটো হল উৎপাদনৰ তীব্ৰকৰণ আৰু শ্ৰম উৎপাদিকাৰ সামগ্ৰিক বৃদ্ধি। আৰু যিহেতু শ্ৰম উৎপাদিকাৰ বৃদ্ধি বহুখিনি নিৰ্ভৰশীল শ্ৰমিকসকলৰ দক্ষতাৰ ওপৰত, বৃত্তিগত আৰু ব্যৱসায়গত প্ৰশিক্ষণৰ ব্যৱস্থা সঙ্গতিপূৰ্ণভাৱে প্ৰসাৰ আৰু উন্নত কৰা প্ৰয়োজন।

কেৱল ১৯৭০ আৰু ১৯৮৫ চনৰ কালছোৱাৰ ভিতৰতেই ইউ এছ এছ আৰৰ উচ্চতৰ আৰু বিশেষীকৃত মাধ্যমিক শিক্ষা প্ৰতিষ্ঠানবিলাকৰ পৰা স্নাতক হোৱা বিশেষজ্ঞৰ সংখ্যা ১,৬০৪,০০০ ৰ পৰা ২,১০০,০০০ লৈ বৃদ্ধি হৈছিল। সেই একে কাল-ছোৱাৰ ভিতৰত বৃত্তিগত বিদ্যালয়বিলাকত প্ৰশিক্ষণপ্ৰাপ্ত দক্ষ শ্ৰমিকৰ সংখ্যা ১,৬৩৮,০০০ ৰ পৰা ২,৭০০,০০০ হৈছিল। যুদ্ধৰ আগতে ছোভিয়েত উদ্যোগ আৰু প্ৰতিষ্ঠানবিলাকৰ আছিল অগ্ৰসৰ প্ৰশিক্ষণপ্ৰাপ্ত ১.৭ নিযুত কৰ্মী, ১৯৮৫ চনত এনে কৰ্মী সংখ্যা হৈছিল প্ৰায় ৪২ নিযুত।

ইউ এছ এছ আৰৰ সমাজতান্ত্ৰিক অৰ্থনীতিৰ কাৰ্যতঃ সকলো কৰ্মচাৰীয়েই, নতুন আৰু দীৰ্ঘকাল চাকৰি কৰা, উভয়েই অধ্যয়ন কৰি আছে, অথবা নিজৰ দক্ষতা

উন্নত কৰিছে। পূৰ্ণ সময়ৰ পাঠ দানৰ ব্যৱস্থা থকা শিক্ষা প্ৰতিষ্ঠানৰ জালৰ ( কেবা মাহো ধৰি চলা লঘু পাঠ্যক্ৰমৰ পৰা পাঁচ-ছ বছৰ ধৰি চলা বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমলৈকে ) বাহিৰেও, কৰ্মস্থলত অগ্ৰসৰ প্ৰশিক্ষণ ব্যৱস্থাকে ধৰি বিভিন্ন ৰূপৰ কাম আৰু অধ্যয়ন সমন্বিত কৰাৰ ব্যৱস্থা আছে। ই স্বাভাবিকভাৱেই শ্ৰম উৎপাদনশীলতা বৃদ্ধিত সহায় কৰে, যিটো, উদাহৰণ স্বৰূপে, ১৯৮৫ চনৰ জাতীয় আয় ৯৬ শতাংশ, সমমূল্যৰ হয়।

উৎপাদন তীব্ৰকৰণ শ্ৰমৰ যান্ত্ৰিকীকৰণ আৰু স্বয়ংক্ৰিয়কৰণতে সীমাবদ্ধ নাথাকে। ইয়াৰ কাৰণে আৰু প্ৰয়োজন সাংগঠনিক পৰিৱৰ্তন, বৈষয়িক উদগনীদান ব্যৱস্থাৰ উন্নতকৰণ আৰু প্ৰাপ্ত ফল সম্পৰ্কত প্ৰতিটো যৌথ সংস্থা আৰু প্ৰতিজন শ্ৰমিকৰ ববৰ্ঙনিৰ সঠিক হিচাব।

তীব্ৰ অৰ্থনৈতিক বিকাশ জড়িত থাকে শ্ৰমৰ সামাজিক বিভাজন গভীৰতৰ কৰাৰ লগত। ই আকৌ জনশক্তিৰ প্ৰশিক্ষণ আৰু ব্যৱহাৰত পৰিকল্পনাৰ ভূমিকা আৰু বেছি পৰিমাণে বৃদ্ধি কৰে। শ্ৰম বাজেট ক্ৰমে বেছি জটিল হৈ পৰে আৰু এইবিলাক ৰচনা কৰা হয় বিশেষ কম্পিউটিং কেন্দ্ৰবিলাকৰ দ্বাৰা।

## মুক্ত শ্ৰম

সমাজতান্ত্ৰিক সমাজত শ্ৰমৰ সামাজিক-অৰ্থনৈতিক প্ৰকৃতিৰ মৌলিক পৰিৱৰ্তন ঘটে। সমাজতান্ত্ৰিক ব্যৱস্থাত শ্ৰম হ'ল শোষণৰ পৰা মুক্ত আৰু উমৈহতীয়া কল্যাণৰ কাৰণে একেলগে কাম কৰা মানুহৰ স্বেচ্ছামূলক কাৰ্য্যকলাপ।

ইউ এছ এছ আৰৰ সমগ্ৰ সমাজ ব্যৱস্থাই শ্ৰমজীৱী মানুহৰ স্বাৰ্থ ৰক্ষা কৰে। এজন শ্ৰমিকক বিতাৰণ কৰাৰ কাৰণে বিধি শ্ৰম আইনে কঠোৰভাৱে নিয়ন্ত্ৰণ কৰে। ট্ৰেড ইউনিয়নৰ সন্মতি নোহোৱাকৈ ব্যৱস্থাপনাই কোনো ব্যক্তিক বৰ্খাস্ত কৰিব নোৱাৰে। অবৈধ বৰ্খাস্তৰ ক্ষেত্ৰত ব্যক্তিজনক এক গণ-আদালতে আগৰ চাকৰিতে পুনৰ্বহাল কৰে, তেওঁক বাধ্যতামূলকভাৱে বহুৱাই ৰখা সমগ্ৰ কালছোৱাৰ কাৰণে সমাজতান্ত্ৰিক বিধি উলংঘা কৰা ব্যৱস্থাপনাৰ খৰচত তেওঁক দৰমহা দিয়া হয়।

যদি কোনো কাৰণত ( নতুন সঁজুলি প্ৰচলন, উৎপাদনৰ পুনৰগঠন ইত্যাদি ) এটা উদ্যোগত শ্ৰমিকৰ সংখ্যা অতিৰিক্ত হয়, তেওঁলোকক বিতাৰণ কৰিব পৰা যায়, যদিহে তেওঁলোকক অন্য ঠাইত কামৰ নিশ্চয়তা দিয়া হয়। তেওঁলোকে ইচ্ছা কৰিলে পুনশ্চৰণ পাঠ্যক্ৰমত যোগদান কৰিব পাৰে অথবা এক নতুন বৃত্তি শিকিব পাৰে।

পূর্ণ নিয়োগৰ অৱস্থাত শ্ৰম অনুশাসনে বিশেষ গুৰুত্ব লাভ কৰে। সমাজতন্ত্ৰই জন্ম দিয়ে এক নতুন শ্ৰম অনুশাসন, যাৰ ভিত্তি হল সমাজৰ প্ৰতিজন সদস্যৰ বিবেক-পূৰ্ণতা, পৰস্পৰৰ প্ৰতি ঘনিষ্ঠ কমৰেডসুলভ বন্ধন। প্ৰতিজন ব্যক্তিৰ অনুশাসনৰ ওপৰত নিৰ্ভৰ কৰে কামৰ কুশলতা আৰু বহুতৰ সমৃদ্ধি। সবাতোপৰি শ্ৰমিক-সকলৰ নিজৰ স্বাৰ্থতেই নিয়মানুবৰ্তিতা পালনৰ প্ৰয়োজন।

আমি কোৱা নাই যে ছোভিয়েত ইউনিয়নত কোনো উশৃংখল শ্ৰমিক নাই। সামাজিক চেতনা নথকা মানুহো আমি ইয়াত এতিয়াও পাওঁ। যেতিয়া শ্ৰমিকৰ নাটনি হয় আৰু মানুহৰ চাকৰি হেৰুৱাৰ ভয় নাথাকে, তেওঁলোকে কেতিয়াবা কামত ফাঁকি দিয়ে আৰু সমাজতান্ত্ৰিক অনুশাসনৰ প্ৰতি বে-পৰোৱা হয়, কামলৈ নাহে অথবা পলমকৈ আহে আৰু অন্যান্য এনে ধৰণৰ মানুহবিলাকৰ আচৰণ সংশোধন কৰাৰ কাৰণে সমাজতান্ত্ৰিক সমাজে সততে চেষ্টা কৰে। উৎপাদনৰ সাধাৰণ প্ৰক্ৰিয়াত ব্যাঘাত জন্মোৱা এনে ধৰণৰ অপকৰ্ম প্ৰতিহত কৰাটো প্ৰধানতঃ যৌথ কৰ্মসংস্থাটোৰ কাম। ব্যৱস্থাপনাই শাস্তি দিহাতকৈ সহকৰ্মী শ্ৰমিকসকলৰ গৰিহনা সাধাৰণতে বেছি কাৰ্য্যকৰী হয়। ইউ এছ এছ আৰত ১৯৮৩ চনত গৃহীত যৌথ কৰ্মসংস্থা সম্পৰ্কীয় আইনে সমাজতান্ত্ৰিক উৎপাদনত অনুশাসন আৰু শৃংখলা ৰক্ষা কৰাৰ ক্ষেত্ৰত শ্ৰমজীৱী মানুহৰ ভূমিকা বৃদ্ধি কৰিছে।

এটা স্থায়ী শ্ৰম বাহিনী থকাটোত উদ্যোগৰ ব্যৱস্থাপনা আগ্ৰহশীল, গতিকে সিবিলাকৰ কৰ্মচাৰীবৃন্দৰ কাম আৰু জীৱন নিৰ্বাহৰ অৱস্থা উন্নত কৰাৰ প্ৰতি ব্যৱস্থাপনাই ট্ৰেড ইউনিয়ন সংগঠনৰ লগ লাগি ক্ৰমে বেছি মনোযোগ দিয়ে।

শ্ৰমিকসকলৰ লৰা-ছোৱালীৰ কাৰণে কল-কাৰখানাবিলাকে শিশুপালন কেন্দ্ৰ নিৰ্মাণ কৰে আৰু চলায়। উচ্চ মজুৰিতকৈ এটা ভাল কিণ্ডাৰগাৰ্টেন (শিশু সদন) হল শ্ৰমিকক আকৃষ্ট কৰাৰ বেছি কাৰ্যকৰী উপায়। উদ্যোগবিলাকে বাসস্থানৰ ঘৰ সজাটোৰেও সিবিলাকৰ কৰ্মীসকলক বধাত সহায় কৰে। আৰু এই কথাটো উল্লেখ কৰিব লাগিব যে কৰ্মীসকলৰ সামাজিক অৱস্থা উন্নত কৰাৰ কাৰণে ব্যৱহাৰ কৰা ধন পোৱা যায় উদ্যোগটোৰ সঞ্চয়ৰ পৰা, অৰ্থাৎ এহাতে, কামৰ গুণ আৰু দক্ষতা আৰু শ্ৰম অনুশাসন আৰু আনহাতে শ্ৰমিকসকলৰ বৈষয়িক অৱস্থা উন্নত কৰাৰ কাৰণে উদ্যোগ আৰু ইয়াৰ ট্ৰেড ইউনিয়ন সংগঠনে যোগাৰ কৰা ধনৰ পৰিমাণৰ মাজত এক প্ৰত্যক্ষ সম্পৰ্ক আছে।

শ্ৰেষ্ঠ আৰু অত্যন্ত শৃংখলাবদ্ধ শ্ৰমিকসকল, বিশেষকৈ যিসকল শ্ৰমিকৰ একেটা উদ্যোগতে দীৰ্ঘ দিন কাম কৰাৰ অভিলেখ আছে, সেই শ্ৰমিকসকলক প্ৰথমতে

অৱসৰ কটোৱা নিবাস আৰু স্বাস্থ্য নিবাসত হ্রাস মূল্যত অথবা বিনামূলীয়াকৈ থকাৰ ঠাই দিয়া হয়; তেওঁলোকক অতিৰিক্ত পেঞ্চনৰ সুযোগ দিয়া হয় (উদাহৰণ স্বৰূপে, তেওঁলোকৰ পেঞ্চনৰ পৰিমাণ বেছি)।

পূর্ণ নিয়োগৰ অন্তৰ্গত মুক্ত শ্ৰমেইতে ছোভিয়েত শ্ৰমিকৰ মনত এক মালিকী বোধ আনি দিয়ে। তেওঁ কেৱল বিবেকীপূর্ণভাৱে কামেই কৰে এনে নহয়, উৎপাদন প্ৰক্ৰিয়া উন্নত কৰাৰ পথো তেওঁ অনুসন্ধান কৰে। কাৰণ নতুন প্ৰযুক্তি প্ৰৱৰ্তনৰ ফলস্বৰূপে তেওঁ কাম হেৰুৱাৰ ভয় নাথাকে, শ্ৰমিকজন নিজেই বিবেচক আৰু আৱিষ্কাৰক হ'ব পাৰে আৰু ইয়াৰ কাৰণে তেওঁৰ নিয়মীয়া বেতনৰ উপৰিও তেওঁ বস্তুগত পুৰস্কাৰ পায়।

ইউ এচ এচ আৰত এজন ব্যক্তিৰ বাজহুৱা স্বীকৃতিৰ মান হ'ল তেওঁৰ কাম, ইয়াৰ ফলাফল। উচ্চ গুণসম্পন্ন কামৰ অধিকাৰী এজন সুনিপুণ শ্ৰমিকে কেৱল উচ্চ আয়েই লাভ কৰে এনে নহয়, তেওঁ আনকি গৌৰৱো অৰ্জন কৰে। ইউ এচ এচ আৰৰ শ্ৰমজীৱী পুৰুষ আৰু নাৰীৰ কাৰণে উচ্চতম অবৈতনিক পদবী হ'ল সমাজতান্ত্ৰিক শ্ৰমবীৰ। এই পদবী প্ৰদান কৰা হৈছে খনি শ্ৰমিক আৰু ধাতু শোধন শ্ৰমিকক, যন্ত্ৰ নিৰ্মাণ আৰু ৰাসায়নিক শিল্পৰ শ্ৰমিকসকলক, কৃষক আৰু বৈজ্ঞানিকসকলক, লিখক আৰু শিল্পীসকলক।

শোষণৰ পৰা মুক্ত শ্ৰমেই দেশৰ অৰ্থনৈতিক প্ৰগতিৰ কাৰণে ভিত্তি গঠন কৰে। সমগ্ৰ এঘাৰটা পাঁচ-বছৰীয়া পৰিকল্পনাৰ ইতিহাসত এনে কোনো এটা বছৰ নাই (যুদ্ধৰ বছৰবোৰৰ বাহিৰে), যেতিয়া দেশৰ মুঠ জাতীয় উৎপন্ন, অথবা জাতীয় আয় অথবা জাতীয় অৰ্থনীতিত নিয়োজিত মানুহৰ সংখ্যা হ্রাস হোৱা দেখা গৈছে। একাদশ পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কালছোৱাত (১৯৮১ ১৯৮৫) জাতীয় আয় বৃদ্ধি হৈছিল আৰু ১৮-২০ শতাংশ, ই জনসাধাৰণৰ কল্যাণৰ অধিকতৰ উন্নতিৰ নিশ্চয়তা দিছে। ১৯৮৫ চনত জাতীয় আয়ৰ চাৰি পঞ্চমাংশ (গৃহ নিৰ্মাণ, সামাজিক আৰু সাংস্কৃতিক সংস্থলি আৰু প্ৰতিষ্ঠানবিলাক নিৰ্মাণৰ খৰচকে ধৰি) প্ৰত্যক্ষভাৱে গৈছিল জনসাধাৰণৰ জীৱন যাত্ৰাৰ মানোন্নয়নৰ কাৰণে।

# ছোভিয়েত অভিজ্ঞতাই কি দেখুৱায় ?

কর্মহীনতাৰ বিলোপকৰণ আৰু পূৰ্ণ নিয়োগ সুনিশ্চিতকৰণৰ ছোভিয়েত অভিজ্ঞতাৰ বিশ্ব জোৰা তাৎপৰ্য্য আছে। ইতিহাসত পোন প্ৰথমবাৰৰ কাৰণে ই প্ৰমাণ কৰিছে যে কৰ্মহীনতা মানুহৰ নিয়ন্ত্ৰণৰ বাহিৰৰ এক অৱধাৰিত অকল্যাণ নহয়।

এচিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ নবীন ৰাষ্ট্ৰবিলাকৰ কাৰণে ছোভিয়েত অভিজ্ঞতা বিশেষৰূপে মূল্যবান। বিকাশৰ এক পথৰ কাৰণে আগবাঢ়ি যাওঁতে এই দেশবিলাকৰ সামাজিক শক্তিবিলাকে, অন্যান্য উপাদানৰ মাজত, নিবনুৱা সমস্যা সমাধানৰ বাস্তৱ প্ৰয়োজনীয়তাৰ বিষয়ে বিবেচনা কৰে।

স্পষ্টতঃ, পুঁজিবাদী বিকাশে এই সমস্যাটো কেৱল তীব্ৰ কৰিহে তোলে। এচিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ পুঁজিবাদী বিকাশৰ পথ গ্ৰহণ কৰা বহু সদ্য স্বাধীন ৰাষ্ট্ৰৰ অভিজ্ঞতাই এই কথাৰ প্ৰমাণ দিয়ে।

উন্নয়নশীল দেশবিলাকত জনমতৰ ওপৰত সমাজতন্ত্ৰৰ ভাবধাৰাৰ ক্ৰমবৰ্দ্ধমান প্ৰভাৱত অস্বস্তি বোধ কৰি পুঁজিবাদৰ মতাদৰ্শবিদসকলে কয় যে ইউ এছ এছ আৰৰ ঐতিহাসিক অভিজ্ঞতা আন দেশৰ কাৰণে গ্ৰহণযোগ্য নহয়। ১৯২০ৰ দশকত ছোভিয়েত ইউনিয়ন নিজে যি ঐতিহাসিক অৱস্থাত আছিল সেই অৱস্থা আৰু এক সমাজতান্ত্ৰিক সমাজৰ ছোভিয়েত চানেকী হল অদ্বিতীয়। সম্পূৰ্ণৰূপে পৃথক অৱস্থা প্ৰচলিত থকা নবীন ৰাষ্ট্ৰবিলাকে ইউ এছ এছ আৰৰ দৃষ্টান্ত অনুসৰণ কৰিব নোৱাৰে। এনেবিলাক অভিযোগ হল ভিত্তিহীন আৰু এইবিলাকৰ লক্ষ্য হল নবীন ৰাষ্ট্ৰবিলাকক পুঁজিবাদী পথেদি পৰিচালিত কৰা।

আমি, অৱশ্যে, কোৱা নাই যে নিবনুৱা সমস্যা দূৰীকৰণ সহ অন্যান্য বিষয়ত ইউ এছ এছ আৰৰ অভিজ্ঞতাক অন্যান্য দেশতো যান্ত্ৰিকভাৱে প্ৰয়োগ কৰিব পাৰি। ছোভিয়েত অভিজ্ঞতাৰ ঐতিহাসিক তাৎপৰ্য্যৰ বিষয়ে আমি যেতিয়া কওঁ, আমি সৰ্বপ্ৰথমে বিচাৰি চাব লাগিব ছোভিয়েত ইউনিয়নৰ অৱস্থিতিৰ প্ৰথম ১০-১৫ বছৰত ইয়াৰ বিকাশৰ মৌলিক লক্ষণবিলাক উন্নয়নশীল দেশবিলাকৰ, অথবা সিবিলাকৰ

অধিকাংশৰ পৰিস্থিতিৰ লগত কি পৰিমাণে সাদৃশ্য আছে। এই ক্ষেত্ৰত প্ৰধান সামাজিক অৰ্থনৈতিক অৱস্থাবিলাকৰ সাদৃশ্যতা আমাৰ চকুত নপৰাকৈ নাথাকে।

বৰ্তমান সময়ৰ বিভিন্ন মহাদেশৰ নবীন ৰাষ্ট্ৰবিলাকৰ দৰেই, পশ্চিমৰ অগ্ৰসৰ দেশবিলাকৰ তুলনাত ১৯২০ ৰ দশকত উৎপাদিকা শক্তিবিলাকৰ বিকাশৰ হিচাবত ইউ এছ এছ আৰ আছিল এখন পিছপৰা দেশ। আজিৰ উন্নয়নশীল দেশবিলাকৰ দৰেই ইয়াৰো স্পষ্টতঃ প্ৰয়োজন আছিল শিল্পায়নৰ। আজিৰ নবীন ৰাষ্ট্ৰবিলাকৰ দৰেই, ইউ এছ এছ আৰ আছিল এক বহু গাথনিযুক্ত সমাজ—ইয়াত প্ৰাধান্য বিস্তাৰ কৰিছিল ক্ষুদ্ৰায়তন উৎপাদন, ব্যক্তিগত মালিকানাধীন ব্যৱসায় আৰু ক্ষুদ্ৰ কৃষকৰ খেতি খোলাবোৰে।

সোভিয়েট ইউনিয়নৰ অৰ্থনৈতিক বিকাশত বাধা দিয়াৰ প্ৰচেষ্টাত পশ্চিমীয়া ৰাষ্ট্ৰবিলাকৰ পুঁজিপতিসকলে ইয়াৰ বিৰুদ্ধে তেওঁলোকৰ শক্তি সমবেত কৰিছিল। প্ৰথম অৱস্থাত ইউ এছ এছ আৰৰ অৰ্থনৈতিক বিকাশৰ কাৰণে আৰু সেই হিচাপে নতুন চাকৰিৰ সৃষ্টি কৰাৰ বাবে সম্পদ আছিল অত্যন্ত সীমাবদ্ধ। তদুপৰি, পশ্চিমে জাপি দিয়া অৰ্থনৈতিক অৱৰোধৰ কাৰণে বাহিৰৰ পৰা এনে সম্পদ আহৰণ কৰাটো আছিল অসম্ভৱ।

১৯২০ ৰ দশকৰ নবীন সোভিয়েট প্ৰজাতন্ত্ৰৰ দৰেই, এছিয়াৰ নবীন ৰাষ্ট্ৰবিলাকে সন্মুখীন হৈছে জাতীয় স্বাৰ্থ, বিশেষকৈ, সমাজৰ আটাইতকৈ দুঃস্থ সদস্যসকলৰ, সৰ্বোপৰি, শ্ৰমিকসকলৰ স্বাৰ্থত ৰাষ্ট্ৰীয় অৰ্থনৈতিক পৰিকল্পনাৰ এক ব্যৱস্থা স্থাপনৰ প্ৰয়োজনীয়তাৰ।

আজিৰ দিনৰ অধিকাংশ নবীন ৰাষ্ট্ৰবিলাকৰ দৰেই, ১৯২০ ৰ দশকৰ ইউ এছ এছ আৰতো আছিল অত্যন্ত অসম আঞ্চলিক বিকাশঃ অৰ্থনৈতিক কাৰ্যকলাপবিলাক কেন্দ্ৰীভূত আছিল ঔদ্যোগিক কেন্দ্ৰবোৰত, আনহাতে ঘন বসতিপূৰ্ণ অঞ্চলবিলাককে ধৰি দেশৰ বাকী অংশ আছিল পিছপৰা "আওহতীয়া অঞ্চল"।

নিশ্চিতৰূপে কবলৈ গলে, ইউ এছ এছ আৰৰ অভিজ্ঞতা গ্ৰহণ কৰিবলৈ সকলো দেশ সমৰ্থ নহয় আৰু যিবিলাক সমৰ্থ হয়, সেইবিলাকেও সকলো ক্ষেত্ৰতে নয়। সম্প্ৰতি স্বাধীনতা লাভ কৰা ৰাষ্ট্ৰবিলাকে ব্যক্তিগত পুঁজিবাদী উৎপাদনৰ বিলোপ আৰু পৰিকল্পিত অৰ্থনীতিৰ সৃষ্টি সম্ভৱ কৰি তোলা সমাজতান্ত্ৰিক ধৰণৰ সংস্কাৰ এতিয়াও সাধন কৰা নাই। সোভিয়েত অভিজ্ঞতা অত্যন্ত কাৰ্য্যকৰীভাৱে ব্যৱহাৰ কৰিব পৰা যায় নবীন সমাজতান্ত্ৰিক ৰাষ্ট্ৰবিলাকত আৰু কিছুপৰিমাণে, সমাজতান্ত্ৰিক অভিমুখী ৰাষ্ট্ৰবিলাকত।

## ছোভিয়েত ইউনিয়নৰ লগত অৰ্থনৈতিক সহযোগিতাৰ পৰা কি ফল লাভ হয়?

ছোভিয়েত ইউনিয়নে বহু ৰাষ্ট্ৰৰ লগত ঘনিষ্ঠ অৰ্থনৈতিক সহযোগিতা ৰাখে। ইয়াৰ বৈদেশিক নীতিৰ ক্ষেত্ৰত ই এই তথ্যৰ পৰা আৰম্ভ কৰে যে শ্ৰমৰ আন্তৰ্জাতিক বিভাজনত যুক্তিসন্মত অংশগ্ৰহণ সকলো দেশৰ কাৰণে উপকাৰী, ই অংশগ্ৰহণকাৰী প্ৰতিখন ৰাষ্ট্ৰত বৈজ্ঞানিক আৰু প্ৰযুক্তিগত অগ্ৰগতি আৰু উৎপাদিকা শক্তিবিলাকৰ বিকাশ প্ৰণোদিত কৰে।

পুঁজিবাদী বিশ্বৰ দেশবিলাকৰ ধৰণৰ বিপৰীতে, অন্যান্য ৰাষ্ট্ৰৰ লগত ইউ এছ এছ আৰ আৰু অন্যান্য সমাজতান্ত্ৰিক দেশবিলাকৰ সম্পৰ্কবিলাকৰ ভিত্তি হল সমতা আৰু পাৰস্পৰিক উপকাৰ। সিবিলাকৰ ঐতিহাসিক বিকাশত নবীন ৰাষ্ট্ৰবিলাকে এক কঠিন পথেদি যাব লগা হৈছে। এই কথাৰ প্ৰতি সচেতন থাকি ছোভিয়েত ইউনিয়নে সিবিলাকৰ জাতীয় পুনৰুদ্ধাৰ সৰ্বোচ্চ পৰিমাণে প্ৰণোদিত কৰিবলৈ বিচাৰে আৰু সিবিলাকৰ চলিত আৰু দীৰ্ঘ-ম্যাদী অৰ্থনৈতিক চাহিদাবিলাকৰ কথা বিবেচনা কৰে।

ক্ৰমবৰ্দ্ধমান নিবনুৱা সমস্যা হল সদ্য স্বাধীন দেশবিলাকে সন্মুখীন হোৱা এক অত্যন্ত তীব্ৰ সামাজিক সমস্যা আৰু ইউ এছ এছ আৰৰ লগত অৰ্থনৈতিক সহযোগিতাই এই সমস্যা সমাধানত সহায় কৰে। এই দেশবিলাকৰ জাতীয় শিল্পবিলাকৰ উৎপাদিত সামগ্ৰীৰ লগত প্ৰতিযোগিতা কৰিব পৰা কোনো সামগ্ৰী ছোভিয়েত ইউনিয়নে কেতিয়াও সেই দেশবিলাকৰ বজাৰত নেমেলে। বৰং বিপৰীতে, ছোভিয়েতৰ ৰপ্তানীকৃত বস্তুবোৰে (যন্ত্ৰপাতি, সঁজুলি, লোহজাতীয় ধাতু আৰু ৰোলড ষ্টক, পাইপ, তেল আৰু তৈলজাত বস্তু, ৰাসায়নিক সামগ্ৰী আৰু উৎপাদনত ব্যৱহাৰ কৰা আন বহুতো বস্তু) উন্নয়নশীল দেশবিলাকৰ জাতীয় শিল্পৰ ভিত্তিত সম্প্ৰসাৰিত পুনৰোৎপাদনৰ হাৰ বৃদ্ধি কৰাত সহায়হে কৰে। ইউ এছ এছ আৰে সিবিলাকৰ ৰপ্তানীৰ গাঁথনিয়েও একে উদ্দেশ্যকে সাধন কৰে। ছোভিয়েত ইউনিয়নে সেই দেশবিলাকৰ পৰা কিনে কেৱল কেঁচামাল আৰু খাদ্য সামগ্ৰীয়েই নহয়, আনকি ক্ৰমে বেছি পৰিমাণে নিৰ্মিত আৰু অৰ্দ্ধ-নিৰ্মিত মালো কিনে। এই ৰপ্তানীৰ ধৰণটোৱে প্ৰগতিশীল দিশেদি নবীন ৰাষ্ট্ৰবিলাকৰ অৰ্থনীতিৰ পুনৰগঠনো প্ৰণোদিত কৰে। এই প্ৰক্ৰিয়াৰ ফলত নিশ্চিতৰূপে সৃষ্টি হয় বৃহৎ সংখ্যক চাকৰি।

অন্যান্য দেশৰ লগত ছোভিয়েত ইউনিয়নৰ সহযোগিতাৰ এক আপেক্ষিকভাৱে

নতুন ধাৰা, যেনে, ঔদ্যোগিক কাৰখানা নিৰ্মাণত ছোভিয়েৎ কাৰিকৰী সাহায্য দানৰ যোগেদিও চাকৰিৰ সৃষ্টি হয়। সহযোগিতাৰ এই ৰূপে আন্তঃৰাষ্ট্ৰীয় অৰ্থনৈতিক সম্পৰ্কৰ ক্ষেত্ৰত এক দীৰ্ঘ ম্যাদী, স্থায়ী চৰিত্ৰ প্ৰদান কৰে।

এই ক্ষেত্ৰত ইউ এছ এছ আৰৰ এক দীৰ্ঘস্থায়ী অভিজ্ঞতা আছে। ১৯২০ৰ দশকতে মঙ্গোলিয়াত কেৰাণ্গা ও উদ্যোগ নিৰ্মাণত ই সহায় কৰিছিল, ১৯৩০ৰ দশকত সহায় কৰিছিল তুৰস্ক আৰু আফগানিস্থানত বস্ত্ৰশিল্প আৰু কপাহ-শোধন কাৰখানা নিৰ্মাণত। এতিয়া, অৱশ্যে, এনে সহযোগিতাৰ পৰিসৰ বৰ বেঁছি, কিন্তু লক্ষ্য একেই আছে: ৰাষ্ট্ৰবিলাকৰ জাতীয় অৰ্থনীতিৰ বিকাশ সাধন আৰু অৰ্থনৈতিক স্বাধীনতা সুদৃঢ়কৰণ। অৰ্থনৈতিক আৰু কাৰিকৰী সহযোগিতা সম্পৰ্কত আন্তঃচৰকাৰী চুক্তিৰ অধীনত, ছোভিয়েত ইউনিয়নে মূল অৰ্থনৈতিক শাখাবিলাকত ঔদ্যোগিক প্ৰকল্প নিৰ্মাণ কৰিছে। এইবিলাকে, সাধাৰণতে, সামাজিক-অৰ্থনৈতিক বিকাশৰ কাৰণে জাতীয় কাৰ্যসূচীৰ ৰূপায়ণত প্ৰধান ভূমিকা গ্ৰহণ কৰে। উদাহৰণস্বৰূপে, আমি ছোভিয়েত সাহায্যত ভাৰতত নিৰ্মাণ কৰা লোহা আৰু তীখা কাৰখানাৰ প্ৰতি আঙুলিয়াই দিব পাৰো। সহযোগিতাৰ বছৰবোৰত, উন্নয়নশীল দেশবিলাকে ছোভিয়েত সাহায্যত ৭৮ নিযুত কিলোৱাটৰ মুঠ সামৰ্থ্যৰ বিদ্যুৎকেন্দ্ৰ নিৰ্মাণ কৰিছে। সেইবিলাকে বিদ্যুৎ যোগান ধৰিছে তুৰ্কিয়াত ৭০ শতাংশ, আফগানিস্থান আৰু ইৰাকত ৬০ শতাংশ আৰু ইজিপ্তত ৫০ শতাংশ। সিবিলাকৰ জটিল অৰ্থনীতিৰ সৈতে বস্তিবিলাক আৰু সমগ্ৰ এটা একোখন নগৰ নতুন ঔদ্যোগিক প্ৰকল্পবোৰৰ কাষে পাজৰে গঢ়ি উঠিছে। ইয়াৰ অৰ্থ হ'ল কেৱল কাৰখানাবিলাকতেই নহয়, আনকি সেই অৰ্থনীতিতো বৃহৎ সংখ্যক মানুহৰ কাৰণে জীৱিকাৰ সংস্থান আছে।

বিভিন্ন অৰ্থনৈতিক শাখাবিলাকৰ কাৰণে জাতীয় কৰ্মীৰ প্ৰশিক্ষণে কৰ্মহীনতা অতিক্ৰম আৰু সমাজৰ কৰ্মব্যক্তিনীৰ পূৰ্ণ পৰ্য্যায়ৰ নিয়োগ সুনিশ্চিত কৰাৰ ক্ষেত্ৰত এক বৃহৎ ভূমিকা গ্ৰহণ কৰে। আচলতে, নবীন ৰাষ্ট্ৰবিলাকৰ বৃহৎ সংখ্যক নিবনুৱা থকা সত্বেও, সিবিলাকৰ অভিযন্তা, কাৰিকৰ আৰু দক্ষ শ্ৰমিকৰ অভাৱ অনবৰত চলি আছে। এই সমস্যা সমাধানৰ ক্ষেত্ৰত ইউ এছ এছ আৰ আৰু অন্যান্য সমাজতান্ত্ৰিক দেশবিলাকৰ পৰা মূল্যবান সাহায্য পোৱা যায়।

এই ক্ষেত্ৰত ছোভিয়েত সাহায্য প্ৰদান কৰা হয় বিভিন্ন পথৰ যোগেদি। ইউ এছ এছ আৰৰ সাহায্যৰ সৈতে নবীন ৰাষ্ট্ৰবিলাকে উচ্চতৰ, মাধ্যমিক আৰু বিশেষীকৃত শিক্ষা আৰু বৃত্তিগত প্ৰশিক্ষণৰ এক ব্যৱস্থা গঢ়ি তুলিছে। যুটীয়া প্ৰকল্পবিলাকত জাতীয় কৰ্মীৰ কৰ্মস্থলীত প্ৰশিক্ষণ অত্যন্ত ফলদায়ক প্ৰমাণিত হৈছে।

অধ্যয়ন আৰু ব্যৱহাৰিক প্ৰশিক্ষণ লাভ কৰাৰ কাৰণে বহু যুৱক ইউ এছ এছ আৰলৈ আহে।

উন্নয়নশীল দেশবিলাকৰ পৰা প্ৰায় ১·২৫ নিযুত বিশেষজ্ঞ আৰু দক্ষ শ্ৰমিকক ছোভিয়েত সাহায্যৰ সৈতে প্ৰশিক্ষণ দিয়া হৈছে। তেওঁলোকৰ সংখ্যা হল ইজিপ্তত ২৬০,০০০; ভাৰতত ১৪০,০০০, কিউবাত ১৩০,০০০, ভিয়েতনামত ১০০,০০০, আফগানিস্থানত ৯০,০০০ আৰু ইৰাকত ৯০,০০০।

ছোভিয়েত ইউনিয়নৰ লগত অৰ্থনৈতিক আৰু কাৰিকৰী সহযোগিতাৰ গাঁথনিৰ ভিতৰত, এচিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ দেশবিলাকে ৬০,০০০ৰো অধিক ছাত্ৰৰ কাৰণে প্ৰায় ৮০টা উচ্চতৰ আৰু বিশেষীকৃত মাধ্যমিক শিক্ষা প্ৰতিষ্ঠান নিৰ্মাণ কৰিছে। ইতিমধ্যেই কাম চলাই থকা আৰু প্ৰায় ৮০,০০০ বিশেষজ্ঞক স্নাতক কৰা ৫০টা মহাবিদ্যালয়ৰ আৰু কাৰিকৰী বিদ্যালয়ৰ ভিতৰত আছে আলজেৰিয়া আৰু ইজিপ্তত খনি আৰু ধাতু শোধন প্ৰতিষ্ঠান, আফগানিস্থান, ভিয়েতনাম, ইথিওপিয়া, ভাৰত, টিউনিচিয়া আৰু বাৰ্মাত পলিটেকনিকেল ইনষ্টিটিউট, আফগানিস্থান আৰু নাইজেৰিয়াত খনি আৰু তেল শ্ৰমিকসকলৰ প্ৰশিক্ষণ বিদ্যালয় আৰু অন্যান্য। এই শিক্ষা প্ৰতিষ্ঠানবিলাক গ্ৰহীতা দেশবিলাকত অভিযন্তা আৰু কাৰিকৰসকলৰ প্ৰশিক্ষণৰ কাৰণে প্ৰধান কেন্দ্ৰ হৈ পৰিছে।

* * *

অন্যান্য ৰাষ্ট্ৰৰ লগত ইউ এছ এছ আৰৰ অৰ্থনৈতিক বন্ধন হল সাম্ৰাজ্যবাদী জগতত উদ্ভৱ হোৱা দ্বন্দ্ববিলাকৰ পৰা মুক্ত। পশ্চিমীয়া দেশবিলাকত ট্ৰেড ইউনিয়নবিলাকে প্ৰায়েই বিদেশত পুঁজি বিনিয়োগ কৰা পুঁজিবাদী নিগমবিলাকক "চাকৰি ৰপ্তানী" কৰা বুলি দোষাৰোপ কৰে। প্ৰকৃতপক্ষে, উন্নয়নশীল দেশবিলাকে আগতে পশ্চিমৰ পৰা আমদানী কৰা পণ্যৰ ঔদ্যোগিক উৎপাদন বৃদ্ধি কৰিছে আৰু ইয়াৰ পৰা এইবিলাক বস্তু উৎপাদন কৰা পুঁজিবাদী দেশবিলাকৰ শিল্পত নিযুক্তিৰ ক্ষেত্ৰত বিৰূপ ফল হৈছে। আন এখন দেশৰ শিল্পত ব্যক্তিগত পুঁজি বিনিয়োগ পুঁজি ৰপ্তানীকাৰী দেশৰ শ্ৰমিকশ্ৰেণীৰ কাৰণে ক্ষতিকাৰক, কাৰণ ই সিবিলাকক কামৰ পৰা বঞ্চিত কৰে। ইয়াৰ ফলত, বিশ্ব পুঁজিবাদী অৰ্থনীতিৰ ভিতৰত সম্পৰ্কৰ সমগ্ৰ ব্যৱস্থাটোত আৰু বেছি সংঘৰ্ষই ছাটি ধৰে আৰু ই নিবনুৱা সমস্যাটো আৰু বেছি তীব্ৰ কৰি তোলে।

ছোভিয়েত সাহায্যৰ ক্ষেত্ৰত পৰিস্থিতি হল সম্পূৰ্ণৰূপে পৃথক: যিবিলাক দেশৰ লগত ইউ এছ এছ আৰৰ অৰ্থনৈতিক বন্ধন বিকশিত হৈছে সেই দেশবিলাকত

নিয়োগ বৃদ্ধি ই প্ৰণোদিত কৰা কথাটোৱে ছোভিয়েত শ্ৰমজীৱী মানুহৰ কাৰণে কোনো প্ৰকাৰে ভাবুকিৰ সৃষ্টি নকৰে, কাৰণ, আগতেই কোৱা হৈছে যে ছোভিয়েত ইউনিয়নত জনশক্তিৰ নাটনি আছে। বৰং বিপৰীতে, ছোভিয়েত ইউনিয়ন আৰু লগতে যিবিলাক ৰাষ্ট্ৰৰ লগত ইয়াৰ সহযোগিতা প্ৰসাৰিত হৈছে, সেই ৰাষ্ট্ৰবিলাকৰ অৰ্থনৈতিক বৃদ্ধি তীব্ৰতৰ কৰি তোলাৰ সম্ভাবনা বৃদ্ধি হয়।

গতিকেই, আন্তৰ্জাতিক সম্পৰ্কৰ ক্ষেত্ৰত আৰু জাতীয় অৰ্থনীতিৰ গাঁথনিৰ ভিতৰত, উভয়তে পুঁজিবাদৰ ওপৰত সমাজতন্ত্ৰই তাৎপৰ্যপূৰ্ণ সুবিধা প্ৰদৰ্শন কৰে।

গ্ৰন্থৰ নাম : ছোভিয়েত ইউনিয়নৰ দৃষ্টিত কৰ্মসংস্থানৰ সমস্যা
ভাষা : অসমীয়া

প্ৰিয় পাঠক,

আমি আশাকৰো এই পুস্তিকাখন আপোনাৰ ভাল লাগিছে আৰু কামতো আহিছে। অনুগ্ৰহকৈ এই প্ৰশ্নবাজিৰ উত্তৰ লিখি আমালৈ পঠিয়ালে আমি কৃতজ্ঞ বোধ কৰিম। আপুনি কৰিবলগীয়া কামটো হৈছে যথাস্থানত উত্তৰৰূপে পূৰণ চিন (×) এটা দিব, অথবা, য'ত আঁক টানি খালি ঠাই অলপ ৰখা হৈছে তাত চমুকৈ আৰু পৰিষ্কাৰভাৱে লিখি আপোনাৰ মতামত জনাব।

(১) ছোভিয়েত দেশ পুস্তিকাৰ লগত আপোনাৰ পৰিচয় কিমান দিনৰ?

| প্ৰথম বাৰ | এবছৰ ধৰি | ১-২ বছৰ | ৩-৫ বছৰ | ৫ বছৰতকৈ বেছি |
|---|---|---|---|---|
| | | | | |
| | | | | |

২) এই পুস্তিকাখন আপুনি ক'ৰপৰা পাইছে?

| দোকানপৰা | আমাৰ অফিচৰপৰা | প্ৰদৰ্শনীৰ পৰা | বন্ধু অথবা পৰিচিত লোকৰপৰা |
|---|---|---|---|
| | | | |
| | | | |

| তথ্য দপ্তৰৰ আন অফিচৰপৰা | আন ঠাইৰপৰা |
|---|---|
| | |
| | |

(৩) এই বিষয়সমূহৰ সন্দৰ্ভত পুস্তিকাখন সম্পৰ্কে আপোনাৰ মতামত কি:

| | ভাল | সন্তোষজনক | আৰু ভাল হব পাৰিলেহেতেন | কোৱাটো কঠিন |
|---|---|---|---|---|
| | | | | |
| ...কামত লগা তথ্য সন্দৰ্ভত | | | | |
| ...নতুন তথ্য সন্দৰ্ভত | | | | |
| ..পতিয়ন নিয়াব পৰা যুক্তি সন্দৰ্ভত | | | | |
| ...সৰল প্ৰকাশ | | | | |

(৪) অনুবাদৰ মান সম্পৰ্কে আপোনাৰ মতামত কি?

| ভাল | সন্তোষজনক | আৰু ভাল হব পাৰিলেহেতেন | কোৱাটো কঠিন |
|---|---|---|---|
| | | | |
| | | | |

(৫) পুস্তিকাখনৰ বাহ্যিক ৰূপটো সম্পৰ্কে আপুনি কি ভাবে?

| ভাল | সন্তোষজনক | আৰু ভাল হব পাৰিলেহেতেন | কোৱাটো কঠিন |
|---|---|---|---|
| | | | |
| | | | |

ছপা আৰু চিত্ৰৰ মান সম্পৰ্কে আপুনি কি কয় ?

| ভাল | সন্তোষজনক | আৰু ভাল হব পাৰিলেহেতেন | কোৱাটো কঠিন |
| --- | --- | --- | --- |
| | | | |

(৬) এই পুস্তিকাখন সম্পৰ্কে আপোনাৰ সামগ্ৰিক ধাৰণা কি, ইয়াৰ ভাল আৰু বেয়া দিশবোৰ ?————————————————————————————————————

(৭) ছোভিয়েত দেশ পুস্তিকাৰ লগত যদি আপোনাৰ পৰিচয় বহুদিনৰ, তেতিয়াহলে কওকচোন আপোনাৰ মতে ইয়াৰ ভিতৰত সৰ্বোত্তম কোন কেইখন ?

———————————————————————

(৮) ছোভিয়েত দেশ পুস্তিকাৰ যদি আপুনি নিয়মিত পাঠক তেতিয়াহলে কওকচোন ই কিভাৰে আপোনাৰ কামত আহে। ই ....

| জ্ঞানৰ সীমা বঢ়ায় | ছোভিয়েত ইউনিয়ন সম্পৰ্কে তথ্যৰ যোগান ধৰে |
| --- | --- |
| | |

| ছোভিয়েত দৃষ্টিভঙ্গী দাঙি ধৰে | অধ্যয়নৰ কামত সহায় কৰে | আলোচনাত ব্যৱহাৰ কৰা যায় |
| --- | --- | --- |
| | | |

অন্যভাৱে : ————————————————

আপোনাৰ বৃত্তি————————————————

পুৰুষ————মহিলা————বয়স————

শিক্ষা :

প্ৰাথমিক————মাধ্যমিক————উচ্চতৰ————

বাসস্থান :

ৰাজধানী————চহৰ————টাউন————গাওঁ————

নাম আৰু ঠিকানা ( ইচ্ছাধীন )————————————————

**এই ঠিকনাত প্ৰশ্নোত্তৰ পঠিয়াওক :** ছোভিয়েত দেশ অফিচ
পুস্তিকা শাখা,
১৮, প্ৰমথেশ বৰুৱা সৰণি
কলিকতা-৭০০০১৯